# বুনিয়াদী শিক্ষা সঙ্কেত

লিখক :—
শ্রীতারিণী চরণ দাস বি, এ,
শ্রীখগেন্দ্র নারায়ণ দাস

মূল্য—১৷৹ টকা

প্ৰকাশক :—লয়াৰ্চ বুক ষ্টল
পানবজাৰ, গুৱাহাটী।

প্ৰথমবাৰ ২০০০ হাজাৰ।

মুদ্ৰক—শ্ৰীঅনিলকুমাৰ দাস পূৰ্ব্বজ্যোতি প্ৰেছ, গুৱাহাটী

# নিবেদন

আজি বহুত দিনৰ পৰা অসমীয়া ভাষাত বুনিয়াদী শিক্ষা সম্বন্ধীয় কিতাপৰ অভাৱ পৰিলক্ষিত হোৱাত আমাৰ এই ক্ষুদ্ৰ কিতাপ খনি জনসাধাৰণৰ মাজত প্ৰকাশ কৰিলোঁ। ইয়াত যিখিনি লিপিবদ্ধ কৰা হৈছে, সেইখিনি ৭ বছৰ প্ৰাপ্ত অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি আৰু অন্যান্য ভাষাৰ লিখা বুনিয়াদী শিক্ষা মূলক কিতাপৰ ছাঁ লৈ লিখা হৈছে।

বিশেষকৈ এই কিতাপ খনিত বুনিয়াদী শিক্ষকৰ মাৰ্গদৰ্শনৰ সঙ্কেত দিয়া হ'ল। সেই উপলক্ষে যিমান দূৰ পৰা যায় সকলো প্ৰকাৰ শিক্ষা দানৰ নিদৰ্শন সন্নিৱেশিত কৰা হৈছে।

যদি এই কিতাপ খনি শিক্ষক, নিৰীক্ষক, শিক্ষা প্ৰেমী, আৰু জন সাধাৰণৰ কিছু উপকাৰত আহে তেনেহলে আমাৰ প্ৰচেষ্টা সফল হোৱা বুলি মানি লম। ইতি।

বিনীত—
গ্ৰন্থকাৰদ্বয়

# বিষয় সূচী

# নঈতালীম সম্বন্ধে

'নঈতালীম হাতৰ কামৰ মাধ্যমে দিয়া শিক্ষা বুলি বৰ্ণনা কৰা হৈছে। এই বৰ্ণনা ঠিক যিটো লোকে সহজতে বুজিব পাৰিব। কিন্তু নঈতালীম সম্বন্ধে এই সংজ্ঞাটো এটা দিক হে মাত্ৰ। এই নঈতালীমৰ মূল বহুত গভীৰ। মানুহৰ সকলোবোৰ কামেই হৈছে সত্য আৰু প্ৰেমৰ প্ৰয়োগৰ ভিত্তিত সি সামূহিকেই হওক বা ব্যক্তিগতেই হওক। জীৱনত সকলো কামেই সত্য আৰু প্ৰেমৰ যোগেদিয়েই হৈ আহিছে। এই ধ্যানৰ পৰাই উদ্যোগ শিল্পৰ মাধ্যমত এই শিক্ষা ধাৰণাৰ উদ্ভৱ হৈছে। প্ৰেমে খোজে শিক্ষা সকলোৱেও সহজতে লাভ কৰক। গাৱঁৰ প্ৰত্যেক ব্যক্তিয়েই তাক প্ৰতিদিনে খটাওক। নঈতালীম পুথিৰ পৰা নাহে। ই পুথিৰ ওপৰত নিৰ্ভৰো নকৰে। সাম্প্ৰদায়িক ধৰ্মৰ লগতো ইয়াৰ কোনো সম্পৰ্ক নাই। যদি ধৰ্ম্মানুমত বুলি এই শিক্ষাক কোৱা যায় তেনেহলে সেই ধৰ্ম্ম সাৰ্ব্বজনীন হে। খণ্ড খণ্ড ধৰ্ম্ম সমূহ ইয়াৰ পৰাইহে আহিছে। এতেকে জীৱন পুথিৰ পৰাই এই শিক্ষা গ্ৰহণ কৰিব লাগিব।

"নঈ শিক্ষা প্ৰচলন কৰা শিক্ষক সকলৰ দায়িত্ব শিক্ষাৰ্থীতকৈ বেচি আৰু পৰিশ্ৰমো অধিক।"

"আমাৰ শিক্ষাৰ বৈপ্লৱিক পৰিৱৰ্তন আৱশ্যক। হাতৰ যোগেদিয়ে মস্তিষ্কৰ পৰিচালনা কৰিব লাগিব। মনেই সকলো কৰে। হাত আৰু ভৰিয়ে একো নকৰে, এনেকৈ ভবাটো উচিত নহয়। গতানুগতিক শিক্ষাৰ বাটেদি চলোঁতা সকলে হাতৰ শিক্ষা নকৰে, আৰু সেই বাবেই শিক্ষকৰ জীৱনত ৰসৰ অভাৱ।"

—বাপুজী

"চলিত শিক্ষা পদ্ধতিয়ে সমাজৰ দাবী পূৰণ কৰিব নোৱাৰে।" সমাজৰ দাবী পূৰণ কৰিব পৰা শিক্ষা ব্যৱস্থা আমি গঢ়ি তুলিব লাগিব। চলিত শিক্ষা পদ্ধতিয়ে সেইটো কৰিব পৰা নাই। এই শিক্ষা পদ্ধতিয়ে ভৱিষ্যতৰ দাবীও পূৰণ কৰিব নোৱাৰে। সেই কাৰণে আমাৰ শিক্ষা পদ্ধতি সম্পূৰ্ণ সলনি কৰি বুনিয়াদী শিক্ষা পদ্ধতি আমি প্ৰৱৰ্তন কৰিব লাগিব। ইয়াৰ দ্বাৰা আমাৰ সমাজ ব্যৱস্থা গঠন কৰাত সহায় কৰিব লাগিব।

অতীতত এই শিক্ষা ব্যৱস্থাক অৱহেলা কৰা হৈছে। এতিয়া আমি ইয়াক আন্তৰিকতাৰে গ্ৰহণ কৰিছোঁ আৰু দহ বছৰৰ ভিতৰত ইয়াক কাৰ্যকৰী কৰিম। মোৰ মতে দহ বছৰতকৈ আগতে ইয়াক কাৰ্যকৰী কৰি লোৱা উচিত।"

"দেশৰ বৰ্তমান পৰিস্থিতিৰ লগত খাপ খুৱাই বুনিয়াদী শিক্ষাক গ্ৰহণ কৰা হৈছে। শিক্ষা আজি সুস্থিৰ হোৱাৰ

উপৰিও বিশেষকৈ দেশৰ অৱস্থাৰ লগত খাপ খুৱাব কথাক গ্ৰহণ কৰা হৈছে। কিন্তু ভাৰতৰ প্ৰত্যেক ঠাইৰে অৱস্থা বেলেগ বেলেগ আৰু সেই কাৰণে এঠাইত গ্ৰহণ যোগ্য কোনো কাম বা আদৰ্শ আন ঠাইৰ গ্ৰহণ যোগ্য নহ'বও পাৰে।"

—নেহেৰু

"যি শিক্ষাৰে মানুহ জীৱন সংগ্ৰামত জয়ী নহয়, যি শিক্ষাৰে মানুহ স্বাৱলম্বী, কৰ্ম্মশীল, চৰিত্ৰবান আৰু উন্নতি প্ৰয়াসী নহয় সেই শিক্ষাক শিক্ষা বুলিব নোৱাৰি।"

—বিবেকানন্দ

"বৰ্ত্তমান শিক্ষা পদ্ধতিত চৰিত্ৰ গঠনৰ সুবিধা নাই আৰু ইয়াৰ কোনো বিশেষত্বও নাই। ইয়াৰ আমূল পৰিবৰ্ত্তন নহ'লে অযোগ্য লোকেৰে দেশ ভৰি পৰিব আৰু অসন্তুষ্ট লোকৰ সীমা সংখ্যা নোহোৱা হ'ব।"

—ৰাষ্ট্ৰপতি ডাঃ ৰাজেন্দ্ৰপ্ৰসাদ

"বৰ্ত্তমান শিক্ষা পদ্ধতিৰ আমূল পৰিবৰ্ত্তন আৱশ্যক। ইয়াক সাধিবলৈ হ'লে যুগপৎ 'বিপ্লৱেহে সম্ভৱপৰ হ'ব পাৰে।"

—শ্ৰীবিমলাপ্ৰসাদ চলিহা

"বুনিয়াদী শিক্ষা বৰ্ত্তমান আমাৰ দেশৰ পক্ষে অতি আৱশ্যকীয় হৈ পৰিছে। বৰ্ত্তমান শিক্ষাই আমাক অকামিলা কৰিছে।

চেষ্টাৰ আৰু বৈলমৰ লগত যে সম্বন্ধ কৰিছে, কিন্তু মানুহ হৈ মানুহৰ কৰ্তব্যক পাহৰাই দিছে। ফলত দেশত নিবনুৱা সমস্যাৰ সৃষ্টি হৈছে। দেশৰ সন্মুখত আজি এটা বিৰাট সমস্যা উপস্থিত। গতিকে সমাজ আৰু দেশৰ কাৰণে বুনিয়াদী শিক্ষাৰ গুৰুত্ব অধিক। দেশে আজি ইয়াৰ গুৰুত্ব আৰোপ কৰিছে আৰু সমগ্ৰ দেশে ইয়াক গ্ৰহণ কৰিছে। বুনিয়াদী শিক্ষা প্ৰবৰ্ত্তনত চৰকাৰ সচেতন হৈ উঠিছে।”

—ডাঃ বি, ভি, কেস্কৰ

“মন আৰু শৰীৰৰ উৎকৰ্ষ সাধন নহলে শিক্ষা সম্পূৰ্ণ হব নোৱাৰে।”

—ডাঃ ৰাধাকৃষ্ণন্

“শিক্ষাৰ প্ৰকৃত উদ্দেশ্য হৈছে শিশুৰ সুপ্ত প্ৰবৃত্তিবোৰ জগাই তোলা। শিশুক গতানুগতিকতাৰ গৰাহত পেলাই দিলে সজীৱতা থাকিব নোৱাৰে। আৰু তেনে শিক্ষা নিৰৰ্থক। শিক্ষাৰ উদ্দেশ্য হৈছে চৰিত্ৰ গঠনত নৈতিক আধ্যাত্মিক শক্তিক জগাই তোলা। ল'ৰাই কিতাপৰ পৰা সহস্ৰ অক্ষৰ নীতি শিকিব পাৰে আৰু তাক মুখস্থ কৰি পৰীক্ষাত পাচ কৰিব পাৰে; কিন্তু সেইবোৰ জীৱনত প্ৰয়োগ কৰিবলৈ শিকোৱাটোহে প্ৰকৃত শিক্ষা।”

—শিক্ষা মন্ত্ৰী শ্ৰীঅমিয় কুমাৰ দাস

## —বুনিয়াদী শিক্ষাৰ মূল নীতি আৰু উদ্দেশ্য—

১। দেশৰ সকলো ল'ৰা-ছোৱালীক এই শিক্ষা বাধ্যতামূলক ভাবে বিনা মাচুলে ৬—১৪ বছৰলৈ দিয়া।

২। এই শিক্ষা কোনো এটা শিল্প বা উৎপাদন মূলক কামৰ জৰিয়তে সমন্বয় ৰাখি দিয়া হব।

৩। শিক্ষাৰ বাহন মাতৃভাষা হব।

৪। এই শিক্ষা স্বাৱলম্বী হবলৈ চেষ্টা কৰিব।

৫। সকলো ধৰ্মৰ প্ৰতি সমভাব ৰাখিব।

৬। এই শিক্ষাৰ যোগেদি ৰাষ্ট্ৰ-ভাষাও শিকোৱা হব।

৭। এই শিক্ষাৰ যোগেদি জাতিৰ কলাকৃষ্টি আৰু সভ্যতা চৰ্চ্চা হব।

৮। চাফ্-চিকুণতা আৰু স্বাস্থ্য বিষয়ক চৰ্চ্চা ইয়াত থাকিব।

৯। দেশৰ প্ৰতিজনকে উপযুক্ত নাগৰিক কৰি তোলা।

## বুনিয়াদী শিক্ষাৰ লক্ষ্য

To draw out the best in the child physical, intellectual, and Spiritual. অৰ্থাৎ এই শিক্ষা হৈছে প্ৰত্যেক শিশুকে দেহ, মন, আত্মিক সম্পদত পৰিপূৰ্ণ ভাবে গঢ়ি তোলা শিক্ষা।"

# পাতনি

যি শিক্ষাই মানুহৰ শাৰীৰিক মানসিক আৰু আধ্যাত্মিক শক্তিৰ বিকাশ সাধন কৰে, তাকেই প্ৰকৃত শিক্ষা বুলিব পাৰি।

শিক্ষাই জ্ঞান দিয়ে, জ্ঞানেই পোহৰ আৰু অজ্ঞানেই অন্ধকাৰ। পোহৰত যিদৰে সকলো বস্তুৰ প্ৰকৃত ৰূপ দেখা যায়, জ্ঞানৰ বলতো তেনেকৈ ভাল বেয়া, ন্যায় অন্যায় আৰু পাপ-পুণ্যৰ বিচাৰ কৰিব পাৰি। জ্ঞানেই আনন্দ আৰু অজ্ঞানেই নিৰানন্দ। জীৱনৰ লক্ষ্য আনন্দ লাভ কৰা, সেই কাৰণেই জ্ঞানোপাৰ্জ্জন মানুহৰ প্ৰধান কৰ্ত্তব্য।

উদাহৰণ স্বৰূপে অন্ধকাৰত হাতী, কপাহ, সুমথিৰা, লাউ, কোমোৰা বিচাৰি উলিওৱা টান। কিন্তু পোহৰত সেইবোৰ বিচাৰি উলিওৱা সহজ। সৃষ্টি পাতনিৰে পৰা জ্ঞানোপাৰ্জ্জনৰ শিক্ষা চলি আহিছে। যুগে যুগে শিক্ষাৰ পদ্ধতি বদলি আহিছে। বৈদিক যুগত গুৰুৰ আশ্ৰমত মুখে মুখে শাস্ত্ৰৰ শিক্ষাৰ ব্যৱস্থা আছিল। আৰু শিষ্য সকলে গুৰুৰ ওচৰত সেইদৰে শিক্ষা লাভ কৰি ত্ৰিকালজ্ঞ হব পাৰিছিল। তাৰ পিছত ক্ৰমান্বয়ে কিতাপৰ জৰিয়তে শিক্ষা দিয়াৰ ব্যৱস্থা হ'ল। তাতো সন্তুষ্ট

নহৈ শিক্ষাবিদ সকলে মূৰ্ত্তিৰ সহায়েৰে শিক্ষা দিয়াৰ ব্যৱস্থা কৰিলে। তাৰ পিছত চিত্ৰৰ সহায়েৰে শিক্ষা দিয়াৰ পদ্ধতি সমৰ্থন কৰিলে।

বৰ্ত্তমান দেশে দেশে কামৰ জৰিয়তে শিক্ষা দিয়াৰ চেষ্টা চলিছে। ভাৰততো আজি কামৰ জৰিয়তে শিক্ষা লাভ কৰাৰ পদ্ধতি আৰম্ভ হৈছে। আৰু ই হৈছে নঈতালীম বা বুনিয়াদী শিক্ষা। অতীততো এই পদ্ধতিৰে শিক্ষা দিয়া ব্যৱস্থা ভাৰতত আছিল। যেনে গুৰুৰ আশ্ৰমত শিক্ষা লাভ কৰাৰ সময়ত শিষ্য সকলে আশ্ৰমৰ আৰু গুৰুৰ কাৰণে যাবতীয় কাম কৰিছিল। তাহানি ভাৰতবৰ্ষই শিক্ষা-দীক্ষা, শৌৰ্য্য-বীৰ্য্য, জ্ঞান গৰিমাত শীৰ্ষস্থান লাভ কৰিছিল। কালৰ কুটিলা গতিত বিদেশীৰ সাম্ৰাজ্য স্থাপনৰ ঘাত-প্ৰতিঘাতত ভাৰতৰ শিক্ষা ক্ষেত্ৰত বিপুল বিপৰ্য্যয় দেখা দিলে। বিদেশীৰ শাসন আৰু শোষণৰ ফলত ভাৰত প্ৰকৃত শিক্ষাৰ পৰা আঁতৰি গ'ল।

যি দেশ যেনেকুৱা হব বিচাৰে তাৰ শিক্ষা পদ্ধতিও সেই ৰূপে গঢ় লয়। যেনে কোনো এখন দেশ যদি যুঁজাৰু হবলৈ বিচাৰে, তেনেহলে তাৰ শিক্ষাৰ পাঠ্যক্ৰমত বীৰৰ কাহিনীৰ উল্লেখ থাকিব। কোনো এখন দেশ নৈতিক বলত বলীয়ান হবলৈ বিচাৰে তাৰ শিক্ষাৰ পাঠ্যক্ৰম ধৰ্ম্ম বিষয়ৰ হব। সেই দৰে বৃটিছে শাসন কাৰ্য্যত সহায় কৰিবলৈহে ভাৰতত কেৰাণী সৃষ্টি কৰা শিক্ষাৰ পদ্ধতি চলাইছিল। সেই শিক্ষাত সমাজ শিক্ষাৰ কোনো ব্যৱস্থা নাই, আৰু ধৰ্ম্মৰ কোনো সম্বন্ধ নাই।

সেই কাৰণে সেই শিক্ষাই মানসিক শক্তিৰ বিকাশ কৰে যদিও শাৰীৰিক আৰু নৈতিক বিকাশৰ উৎকৰ্ষ সাধন নকৰে। বিলাসিতাৰ ভাবধাৰাত মন পৰিপূৰ্ণ হয়। তাৰ ফলত ভয়ঙ্কৰ পৰিণাম এইয়ে হয় যে দৰ্শনত অগাধ পণ্ডিত হৈও ঈশ্বৰত বিশ্বাস কম হয়। অৰ্থ শাস্ত্ৰত মূধা-ফুটা হৈও অৰ্থ উপাৰ্জ্জন কৰিবলৈ অসমৰ্থ হয়। গণিতৰ জটিল অঙ্ক কৰিবলৈ পাৰ্গত হৈও গৃহস্থালিৰ সামান্য হিচাব ৰখাত অপাৰগ কৰি তুলে।

স্বাস্থ্য সম্বন্ধীয় পুথি পঢ়ি সকলো জ্ঞানৰ অধিকাৰী হৈও য'তে ত'তে শৌচ-প্ৰস্ৰাৱ কৰাৰ স্বভাৱ হৈ পৰে।

এইদৰে আমাক বৃটিছৰ শিক্ষাই সেৱাৰ পৰিবৰ্তে শোষণ, বাস্তৱৰ পৰিবৰ্ত্তে অবাস্তৱৰ ফালে টানি নিছে। তাৰ ফলত পুত্ৰই পিতাৰ লগত পৃথক হৈছে। ভায়ে ভায়ে বেলেগ হৈছে। পতি পত্নী প্ৰিয় আৰু পত্নী পতি প্ৰিয়া হোৱা নাই। গাৱঁৰ ছাত্ৰই বি-এ, এম-এ প'চ কৰি গাওঁৰ স্বাৰ্থৰ ফালে দৃষ্টি বিবৰ্জ্জিত হৈ নিজ সুখ উন্নতিৰ কাৰণে চহৰ অভিমুখী হৈছে। সমাজ শিক্ষাৰ অভাৱত সকলোতে আমাৰ অৱনতি ঘটিছে। গাখীৰ বেচোঁতাই গাখীৰত পানী মিহলাইছে তেলীয়ে লাভৰ আশাত তেলত অখাদ্য মিহলাইছে। ডাক্তৰে সম্পূৰ্ণ ফিজ নাপালে ৰোগী চাবলৈ এৰিছে। শিক্ষকে বিদ্যা বেচিছে। এয়ে আমাৰ সমাজৰ শোচনীয় ব্যৰ্থতা। চাৰিটা মহাবিহ বৃক্ষই আজি ভাৰতৰ বুকুত খোপনি পাতিছে। তাৰ মূলোচ্ছেদ কৰিব নোৱাৰিলে ভাৰতৰ কল্যাণ নাই। প্ৰথম দৰিদ্ৰতা, দ্বিতীয়

'নিৰক্ষৰতা, তৃতীয়তে হীনস্বাস্থ্য, চতুৰ্থতে সাম্প্ৰদায়িক কাজিয়া। ইয়াৰ ফলত সকলোতে বিপৰ্য্যয় ঘটিছে। শিক্ষা ক্ষেত্ৰত আৰু মহা অৱনতি ঘটিছে। ভাৰতৰ যি শতকৰা ১৭ জন শিক্ষিত সিও প্ৰকৃত শিক্ষাৰে শিক্ষিত নহয়। তাৰ ফলত সমাজত ভেদ আৰু অসামঞ্জস্য ফুটি উঠিছে। পুত্ৰ স্বাক্ষৰ পিতা নিৰক্ষৰ, জীয়াৰী শিক্ষিতা মাতা অশিক্ষিতা, পতি পণ্ডিত পত্নী মূৰ্খ, এনেকুৱা অসামঞ্জস্যৰ মাজত কেনেকৈ সমাজৰ উন্নতি হব পাৰে? ছাত্ৰই বিদ্যালয়ত শিকিব এক সমাজত দেখিব এক।

এই বৈষম্যৰ জটিলতাৰ মাজত শিক্ষাৰ পূৰ্ণতা বিকাশ হোৱা কেনেকুৱা কঠিন। সেই কাৰণে আজি শিশু, অভিভাৱক, সমাজ সকলোৰে শিক্ষাৰ ব্যৱস্থা কৰাৰ আৱাহন আহিছে। আজি ভাৰতৰ সমাজ কুসংস্কাৰাচ্ছন্ন। গাওঁবোৰ মৰলাৰে নৰকত পৰিণত হৈছে। এই সকলোবোৰ ব্যৰ্থতা দূৰ কৰিব শিক্ষা সংস্কাৰে আৰু শিক্ষাৰ সংস্কাৰ ৰূপে বুনিয়াদী শিক্ষাই হব ভাৰতৰ একমাত্ৰ শিক্ষাৰ আদৰ্শ। জগতৰ ধৰ্ম্মপৰিবৰ্ত্তনশীলতা আৰু সমাজৰ ৰক্ষণশীলতা এই দুয়োৰো মাজত এটা সংঘৰ্ষ যুগে যুগে হৈ আহিছে। বেয়া হলেও সমাজে চলি অহা প্ৰথাকেই আকোৱালি ধৰি ৰাখিব বিচাৰে, যুগ ধৰ্ম্মই তাৰ ওপৰত পৰিবৰ্ত্তনৰ সোঁত বোৱাবলৈ চেষ্টা কৰে। সেই কাৰণে পাপে-তাপে প্ৰপীড়িত মানবক উদ্ধাৰ কৰিবলৈ গৈ কত মহাপুৰুষে যে জীৱন বিপন্ন কৰিছিল, কত জনে আৰু নিজৰ জীৱন পৰ্য্যন্ত বিসৰ্জ্জন দিছিল, তাৰ প্ৰমাণ বিশ্ব ইতিহাসে দিব লাগিছে।

যিটো সত্য, যিটো সুন্দৰ সি সদায় শত বাধা বিপত্তি নেওচি আত্মপ্ৰকাশ আৰু আত্ম প্ৰতিষ্ঠা কৰিবই। বুনিয়াদী শিক্ষাইও সেইদৰে নানা বাধা আৰু প্ৰতিকূল আবহাওৱাৰ নানা বাধাৰ মাজেদি গৈ শিক্ষা জগতত অদূৰ ভৱিষ্যতত এটা যুগান্তৰ আনিব বুলি আশা কৰিব পৰা যায়।

---

# বুনিয়াদী শিক্ষা সঙ্কেত

## বুনিয়াদী শিক্ষাৰ চমু ইতিহাস

যোৱা ১৯৩৭ চনত হৰিজন পত্ৰিকাত ভিন্ ভিন্ প্ৰবন্ধৰ ভিতৰেদি মহাত্মা গান্ধীজীয়ে বুনিয়াদী শিক্ষাৰ [নঈতালীম] পৰিকল্পনা প্ৰথমে জনসাধাৰণৰ সমুখত উত্থাপিত কৰে। সেই বছৰ জুলাই মাহত গান্ধীজীয়ে হৰিজন পত্ৰিকাত লিখিছিল—"By the education I mean an allround drawing out of the best in Child and man—body, mind and spirit. Literacy is not the end of education nor even the beginning. It is only one of the means whereby men and women can be educated. Literacy in itself is no education by teaching it a useful handicraft and enabling it to produce from the moment it begins its training. Thus every school can be made selfsupporting, the condition being that the state takes over the manufactures of these schools.

"I hold that the highest development of the mind and the soul is possible under such a system of education. Only every handicraft has to be taught not merely mechanically as is done to-day but scientifically, the Child should know the why and wherefore of every process. I am not writing this without some confidence, because it has the backing of Experience."

এই কথাৰ পৰাই স্পষ্ট ভাৱে গান্ধীজীয়ে শিক্ষা সম্পৰ্কে তেওঁৰ ধাৰণা ব্যক্ত কৰিছিল। দক্ষিণ আফ্ৰিকাৰ "টলষ্টয়" ফাৰ্মত কৰ্ম্ম কেন্দ্ৰিক শিক্ষাৰ মাজেদি নিজে দীক্ষা লৈছিল। সেই অভিজ্ঞতাক ভিত্তি কৰিয়েই তেওঁ কৈছিল যে, আক্ষৰিক জ্ঞানেই শিক্ষাৰ পৰিসমাপ্তি নহয়, বৰং তাৰ শুৰিও নহয়, ই মাত্ৰ মানুহক শিক্ষিত কৰাৰ এটা উপায় হে মাথোন। মানুহৰ প্ৰকৃত শিক্ষা হব কৰ্ম্মৰ মাজেদি, সৃষ্টি কৰাৰ মাজেদি। প্ৰথম দিনৰ পৰাই শিশুৱে উৎপাদন কৰিব, ৰাষ্ট্ৰৰ সম্পদ উৎপাদক হব, অনৰ্থক বোজা মাত্ৰ হৈ নাথাকিব। এই শিল্প শিক্ষা যদি সাৰ্থক হয়, শিশুৱে যদি কেৱল মাত্ৰ যন্ত্ৰৰ দৰে কাম নকৰে, তাৰ দ্বাৰাই যন্ত্ৰৰ দৰে কাম কৰি লোৱা নহয়, তেনেহলে এই কাম কৰা আৰু কাম শিকাৰ মাজেদিয়েই শিশুৰ বৌদ্ধিক, আৰু আত্ম বিকাশৰ উৎকৰ্ষ সাধন হব। আন হাতে যদি শিশুৱে

উৎপাদন কৰা বস্তু খিনি ৰাষ্ট্ৰই কিনি নিয়ে, তেনেহলেও বিদ্যালয় সমূহ স্বাৱলম্বী হৈ উঠিব।

গান্ধীজীৰ এই ভাবধাৰা সংস্কাৰ পন্থী হলেও ই বৰ্ত্তমান শিক্ষা ব্যৱস্থাৰ বিৰুদ্ধে বিদ্ৰোহ সূচক। এই ভাবধাৰা পৰিলক্ষিত হৈয়ে শিক্ষাবিদ্ সকলৰ চিন্তাধাৰা জাগ্ৰত হৈ উঠিলে, আৰু এই নীতিক সমালোচনা কৰিবলৈ ধৰিলে। ঘাইকৈ এই দুটা কথাকে কেন্দ্ৰ কৰি লৈ সমালোচনা তীব্ৰতৰ হৈ উঠিলে। প্ৰথম হল কৰ্ম্মকেন্দ্ৰিক শিক্ষা, দ্বিতীয় হল স্বাৱলম্বন, কামৰ জৰিয়তে শিক্ষা। ই নতুন কথা নহয়। কিন্তু শিক্ষাবিদ্ সকলে এই কাম শিশুৰ মনোৰঞ্জনৰেই এটা অঙ্গ বুলি প্ৰমাণিত কৰিলে।

"শিশুৱে শ্ৰম কৰি, উৎপাদন মূলক কাম কৰি শিক্ষাৰ ব্যয় যোগাব"—এই খিনি অস্বীকাৰ কৰিব নোৱাৰিলে। বহুতে ভয়ো কৰিলে শিশুবোৰ জানোঁচা গোলামী হয়গৈ, আৰু শিক্ষক সকলেও সেই মনোভাবতে পৰিগণিত হয়। পাশ্চাত্য শিক্ষাবিদ্ সকলে স্বীকাৰ কৰিছে যে শিশুৰ প্ৰথম মানসিক বিকাশ কাম কাজৰ মাজেদিয়েই হয়। মনোবিজ্ঞানবিদ্ সকলে এই কথা স্বীকাৰ কৰিছে। গতিকে এই সত্যতা আমাৰ শিক্ষাবিদ্ সকলে অস্বীকাৰ কৰিব নোৱাৰিলে। তেওঁলোকে এটা ঠিক কৰিলে যে, শিশুৱে তাৰ অভিৰুচি মতে কাম কাজ কৰিব।

গোটেই বছৰটো জুৰি মহাত্মাজীয়ে এই প্ৰশ্নৰ জবাব দিলে। তেওঁ বুজাই দিলে যে "অৰ্থহীন কাম" অৰ্থাৎ যি কামত

শিশুৱে কোনো প্ৰয়োজনীয় বস্তু সৃষ্টি কৰিব নোৱাৰে, তেনেকুৱা কাম কৰা সঙ্গত নহয়। কিয়নো ইয়াত শিশুৰ পূৰ্ণ বিকাশ সাধিত নহয়। কামক অকল শিক্ষাৰ লগত লগ লগাই দিলে নচলিব, কামেই হব শিক্ষাৰ মাধ্যম। এই কামৰ মাজেদিয়েই শিশুৱে প্ৰয়োজনীয় দ্ৰব্য উৎপাদন কৰিব লাগিব আৰু এই খিনিয়ে সমাজৰ ভঁড়ালত দান কৰিবলৈ সমৰ্থবান হব। ইয়াৰ দ্বাৰা সি যে সমাজৰ এটা অঙ্গ জানিব আৰু এই দানৰ মাজেদিয়েই সি যে সমাজৰ এটা অপৰিহাৰ্য্য অঙ্গ তাৰো শিক্ষা পাব। ইয়াতে আত্ম-প্ৰত্যয় আৰু সমাজ-চেতনা বোধ জন্মিব। শিশুৰ শক্তিক অপচয় কৰিবলৈ গান্ধীজীয়ে আপত্তি কৰিলে।

শিশুৱে কাম কৰিবলৈ ইচ্ছুক, সিহঁতে কাম কাজ কৰিব পাৰে, অথচ সেই কাম কাজবোৰ কেৱল খেলা কৰা হব, এই কথা হব নোৱাৰে বুলি তেওঁ স্বীকাৰ কৰিলে, কিন্তু উপযুক্ত ভাবে শিক্ষিত শিক্ষক, শিশুৰ উৎপাদনকে কেন্দ্ৰ কৰি তাৰ সৰ্ব্বাঙ্গীন মঙ্গল সাধন আৰু বিদ্যালয়ৰ ব্যয় সঙ্কুলান কৰিব নোৱাৰিব, এই কথা তেওঁ কোনোমতেই মানিব নোখোজে; কিয়নো বিদ্যালয়ক স্বাৱলম্বী কৰি তোলাৰ পৰীক্ষাই হৈছে শিক্ষকৰ যোগ্যতাৰ মহান পৰীক্ষা।

## "ওৱাৰ্দ্ধা পৰিকল্পনা"

১৯৩৭ চনৰ ২২ আৰু ২৩ অক্টোবৰত ওৱাৰ্দ্ধাৰ নৱ ভাৰত বিদ্যালয়ত মাৰোৱাৰী এডুকেচন চোচাইটিৰ উদ্যোগত সৰ্ব্ব

ভাৰতীয় শিক্ষাবিদ্ সকলৰ এখন সম্মিলন বহে। এই সম্মিলনৰ আগত মহাত্মাজীয়ে নিজে উপস্থিত থাকি তেওঁ শিক্ষা পৰিকল্পনাৰ ব্যাখ্যা কৰি বুজায়। এই সম্মিলনত ২ দিন আলোচনা হোৱাৰ পিচত ত'লত লিখা ৪টি প্ৰস্তাৱ গৃহীত হল।

১ম প্ৰঃ—সম্মিলনে আশা কৰে যে, সমগ্ৰ দেশত সাত বছৰ ব্যাপি অবৈতনিক বাধ্যতামূলক শিক্ষাৰ ব্যৱস্থা কৰা প্ৰয়োজন।

২য় প্ৰ:—শিক্ষাৰ মাধ্যম মাতৃভাষা হব লাগিব।

৩য় প্ৰঃ—কোনো উৎপাদনশীল হস্তশিল্পক কেন্দ্ৰ কৰি সৰ্ব্ব-প্ৰকাৰ শিক্ষা যিমান দূৰ সম্ভৱ দিয়া হব; কিন্তু শিশুৰ অৱস্থালৈ বিশেষ দৃষ্টি ৰাখিব লাগিব।

৪ৰ্থ প্ৰঃ—সম্মিলনে আশা কৰে যে, ক্ৰমে এই শিক্ষা ব্যৱস্থাৰ দ্বাৰা শিক্ষকৰ পাৰিশ্ৰমিক সঙ্কুলান হব।

এই সম্মিলনতে দিল্লী জামিয়া মিলিয়া ইছলামিয়া কলেজৰ অধ্যক্ষ জাকিৰ হোচেন চাহেবক সভাপতি আৰু শ্ৰী ই, ডব্লিউ আৰ্য্যনায়কমক সম্পাদক পাতি এখন কমিটি পাতি দিলে। এই কমিটিৰ কাম হব মূল প্ৰস্তাব অনুযায়ী নতুন পৰিকল্পিত জাতীয় শিক্ষাৰ পাঠ্যক্ৰম তৈয়াৰ কৰা আৰু শিক্ষা ব্যৱস্থাৰ আদৰ্শ আৰু কৰ্ম্মপন্থা সুস্পষ্ট ভাবে নিৰ্দ্দেশ কৰা।

## —জাকিৰ হোচেন কমিটিৰ প্ৰতিবেদন—

১৯৩৭ চনৰ ডিচেম্বৰ মাহত "জাকিৰ হোচেন কমিটি"য়ে প্ৰতিবেদন দাখিল কৰিলে। এই প্ৰতিবেদনত বুনিয়াদী

শিক্ষাৰ মূল নীতিবোৰ বৰ্ণনা কৰা হল। প্ৰতিবেদনত কোৱা হয় যে বুনিয়াদী শিক্ষাৰ দ্বাৰা প্ৰথম [ক] কেৱল মাত্ৰ বিদ্যা-ৰ্থীৰ মস্তিষ্কৰ পৰিচালনাৰ পৰিবৰ্ত্তে বিদ্যাৰ্থীৰ সমগ্ৰ ব্যক্তিত্ব গঢ়ি তোলা হব। [The literacy of the whole person-ality]

(খ) সামাজিকতাৰ ফালৰ পৰা এই শিক্ষা শ্ৰমৰ মৰ্য্যাদা অটুট ৰাখি সামাজিক বহুবিধ কুসংস্কাৰ দূৰ কৰি জাতীয় ঐক্যৰ ভিত্তি দৃঢ় কৰিব।

(গ) অৰ্থনৈতিকতাৰ ফালৰ পৰা এই শিক্ষা জাতীয় সম্পদ বৃদ্ধিৰ সহায়ক হব। এই শিক্ষা জীৱনৰ লগত সংযুক্ত হব। আৰু বিভিন্ন বিষয় বস্তুক দৃঢ় সঙ্ঘবদ্ধ কৰিব। স্বাধীন দেশৰ উপযুক্ত নাগৰিক ৰূপে গঢ়ি তোলাৰ শিক্ষা এই শিক্ষা ব্যৱস্থাত ওতপ্ৰোত ভাবে জৰিত আছে।

## —বিষয়জ্ঞান—

বিভিন্ন বিষয়জ্ঞান শিক্ষা দিয়াৰ বৰ্ণনা এই দৰে ঠিক কৰিলে ঃ

বিষয়জ্ঞান: —১। মূল উদ্যোগ [Basice Craft]

২। মাতৃভাষা

৩। গণিত

৪। সমাজবিজ্ঞান [ভূগোল, ইতিহাস]

৫। বিজ্ঞান

৬। চিত্ৰকলা

৭। সঙ্গীত

৮। হিন্দুস্থানী

এই আঠ ভাগত ভাগ কৰিলে আৰু প্ৰতি বিষয়ৰ বিস্তাৰিত পাঠ্যক্ৰম তৈয়াৰ কৰি দিলে। বিষয় বস্তু মূল উদ্যোগৰ লগত সংযুক্ত কৰি [সমন্বয় পদ্ধতিত] শিক্ষা দিব লাগিব তাকো উদাহৰণ দি বুজাই দিলে।

## —মূল উদ্যোগ নিৰ্ব্বাচন—

যি কোনো কাম নিৰ্ব্বাচন কৰিলেই নচলিব। যি কাম কৰা হব সেই কামৰ পৰা পোৱা শিক্ষাৰ মূল্যই হব প্ৰধান বিবেচ্য। জীৱনৰ আন আন ফালৰ পৰা মূল উদ্যোগৰ নিবিড় সম্বন্ধ থকা হব লাগিব। উৎপাদনেই মুখ্য উদ্দেশ্য নহব। লক্ষ্য হব মিলিত ভাবে সমবায় শক্তিৰ ভেটিত কামকৰা পৰিকল্পনা তৈয়াৰ কৰাৰ ক্ষমতা, দায়িত্ববোধ আৰু আগ্ৰহান্বিত ইত্যাদি।

সাধাৰণ শিক্ষাপদ্ধতিৰ লগত বুনিয়াদী শিক্ষাৰ কোনো তুলনা বা সমালোচনা সম্মত নহব।

বুনিয়াদী শিক্ষাৰ শিক্ষাৰ্থীয়ে ৭ বছৰ শিক্ষাৰ শেষত ইংৰাজীৰ পৰিবৰ্ত্তে হিন্দী সহ আজি কালিৰ প্ৰবেশিকা পৰীক্ষা উত্তীৰ্ণ বিদ্যাৰ্থীৰ সমান জ্ঞান লাভ কৰিব।

## —হিন্দুস্থানী তালিমী সংঘ প্ৰতিষ্ঠা—

১৯৩৮ চনত হৰিপুৰা অধিবেশনত ভাৰতীয় জাতীয় মহাসভাই বুনিয়াদী শিক্ষাব্যৱস্থা ৰূপে গ্ৰহণ কৰে। ডাঃ জাকিৰ হোচেন

চাহেব আৰু শ্ৰীআৰ্য্যনায়কমজীয়ে মহাত্মাজীৰ আদেশানুসাৰে এখন নিখিল ভাৰত শিক্ষা পৰিষদ প্ৰতিষ্ঠাৰ ব্যৱস্থা কৰিলে। ১৯৩৮ চনৰ এপ্ৰিল মাহত হিন্দুস্থানী তালিমী সংঘ প্ৰতিষ্ঠা হয়। নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে বুনিযাদী শিক্ষাক স্বাধীন ভাৰতৰ জাতীয় শিক্ষা ব্যৱস্থা বুলি স্বীকাৰ কৰি ললে যদিও স্বাৱলম্বনৰ প্ৰশ্ন সম্পৰ্কে নিৰ্ব্বাক হৈ থাকিল। গান্ধীজীৰ পৰিকল্পনাৰ পৰা এই দৰে বুনিয়াদী শিক্ষাৰ পৰিকল্পনা বহু পৰিমাণে ফালৰি কাটিলে।

এই চনতে ভাৰতৰ শিক্ষাৰ এটি বিপুল পৰিবৰ্ত্তনৰ আলোড়ন চলিলে। মধ্যপ্ৰদেশ, যুক্তপ্ৰদেশ, বিহাৰ, উৰিষ্যা. আৰু বোম্বাই প্ৰদেশত প্ৰাথমিক শিক্ষা ব্যৱস্থা প্ৰবৰ্ত্তনৰ কাম আৰম্ভ কৰিলে। সুদূৰ কাশ্মীৰতো এই শিক্ষা প্ৰবৰ্ত্তন কৰিলে।

দিল্লীৰ জামিয়া মিলিয়া ইছলামিয়া, মছলিপট্টমত অন্ধ্ৰ জাতীয় কলাশালা, পূনাত তিলক মহাৰাষ্ট্ৰ বিদ্যাপীঠ, অদহমদাবাদত গুজৰাট বিদ্যাপীঠ আদিত বুনিয়াদী শিক্ষক সকলৰ প্ৰশিক্ষণৰ কাম আৰম্ভ কৰিলে। ১৯৩৯ চনৰ অক্টোবৰ মাহত শিক্ষাবিদ্ সকলৰ পূনাত পুনৰ এখন সন্মিলনী বহে। সভাপতি হয় জে বি সৈদিন। কেন্দ্ৰীয় শিক্ষা উপদেষ্টা সমিতিৰ সভ্য সকলেও যোগদান কৰিলে। এই সন্মিলনীত ভিন্ ভিন্ বিদ্যালয়ৰ কামৰ বিবৰণ আৰু বুনিয়াদী শিক্ষাৰ ভিন্ ভিন্ অংশবোৰো আলোচনা হ'ল। কৰ্ম্মী সকলে যিবোৰ সমস্যাত যিবোৰ পৰিস্থিতিত পৰিছিল তাকো আলোচনা কৰিলে। দেখা গ'ল যে কামক বহু ক্ষেত্ৰত শিক্ষাৰ লগত লগ লগাই দিয়া হৈছে। কোনো কোনোৱে আকৌ

কামৰ মাধ্যমত শিক্ষা দিয়াৰ চেষ্টা কৰিছে, কিছুমানে আকৌ জোৰ কৰি সমবায় প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰিছে। এই সন্মিলনত সমবায় পদ্ধতি সম্বন্ধে বিশদ আলোচনা কৰিলে। আন আন সিদ্ধান্তৰ উপৰিও ত'লত লিখা সিদ্ধান্তবোৰ গ্ৰহণ কৰিলে।

(১) ইংৰাজী শিক্ষা ভাৰতৰ ল'ৰা ছোৱালীৰ পক্ষে বোজা স্বৰূপ হৈ পৰিছে। ৭ বছৰ বুনিয়াদী শিক্ষাৰ ভিতৰত এই ইংৰাজীৰ স্থান নেথাকিব।

(২) বুনিয়াদী শিক্ষা জাতিৰ পক্ষে ইমান প্ৰয়োজনীয় যে ৰাষ্ট্ৰনৈতিক পৰিবৰ্ত্তন সাধিত হলেও যাতে ইয়াৰ পৰীক্ষা আৰু প্ৰতিষ্ঠা বন্ধ নহয়।

(৩) কলাবিদ্যাক ইয়াৰ অবিচ্ছেদ্য অঙ্গ ৰূপে গ্ৰহণ কৰা হব।

(৪) শিক্ষাদানত সমবায় পদ্ধতি গ্ৰহণ কৰিব লাগিব; কিন্তু সেই সমবায় যাতে কৃত্ৰিম নহয়। কাম (work) সমাজ (environment) প্ৰকৃতিক (Nature) কেন্দ্ৰ কৰি সমবায় প্ৰতিষ্ঠা কৰিব লাগিব।

(৫) এজন শিক্ষকক শিল্পীৰ লগত লগ লগাই দিলেই এই শিক্ষা ব্যৱস্থা প্ৰতিষ্ঠা কৰা নহব। এই শিক্ষাদান কাৰ্য্যত শিক্ষকেও শিল্পী হব লাগিব। শিক্ষকৰ শিক্ষাৰ সময় আৰু পদ্ধতি সম্বন্ধেও আৰু কেইটিমান প্ৰস্তাব গ্ৰহণ কৰে। মূল উদ্যোগ নিৰ্ব্বাচন কৰোঁতে গাৱঁলীয়া কুটীৰ শিল্পক যাতে বিশেষ ভাবে বিবেচনা কৰা হয়, এই সিদ্ধান্তও গৃহীত হয়।

## —সভাপতিৰ ভাষণ—

দ্বিতীয় মহাযুদ্ধৰ মেঘে আবৰি ধৰা পৃথিবীৰ আন্তৰ্জাতিক এটা সঙ্কট মুহূৰ্ত্তৰ সময়ত এই সম্মিলন যদিও বহা হৈছে, তথাপি মই ভাবোঁ যে এই সম্মিলনত অকল শিশু সকলৰ প্ৰাথমিক শিক্ষাৰ খুঁতি-নাতি, সামান্য বিষয়ৰ আলোচনাৰ কাৰণে আহুত হোৱা বুলি ভাবিলে ডাঙৰ ভুল কৰা হব। এই সম্মিলনে ন্যায়, উৎপাদনশীল কৰ্ম্ম, পাৰস্পৰিক সন্মান আৰু সহযোগিতাৰ ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত এটা নতুন শিক্ষাদৰ্শন জগতৰ সমুখত ডাঙি ধৰিছে। এই শিক্ষাৰ ভেটিৰ ওপৰত যদি নতুন সভ্যতা গঢ়ি উঠে, তেনেহলে সমাজে আজি যি অত্যাচাৰ, অনাচাৰ, ঈৰ্ষা, হিংসা-দ্বেষ, অন্ধকাৰত নামিছে, সেই কুৎসিৎ ব্যৱস্থাবোৰ ধ্বংস হব। আনৰ সাহায্যৰ ওপৰত এই শিক্ষা ব্যৱস্থা চিৰকাল বৰ্ত্তি থাকিব নোৱাৰিব। নিজৰ অন্তৰ্নিহিত শক্তি আৰু শ্ৰেষ্ঠত্বৰ ভিত্তিৰ ওপৰতেই বুনিয়াদী শিক্ষাই স্বপ্ৰতিষ্ঠা লাভ কৰিব লাগিব।

## —বুনিয়াদী শিক্ষাৰ মন্থৰ গতি—

আন্তৰ্জাতিক পৰিস্থিতিত জাতীয় কংগ্ৰেছ আসন্ন সঙ্কটৰ সমুখত ঠিয় দিলে। কংগ্ৰেছ শাসিত প্ৰদেশ সমূহত সোনকালে বুনিয়াদী শিক্ষা প্ৰবৰ্ত্তন কৰাৰ সুবিধা হল যদিও চৰকাৰী কৰ্ম্মচাৰী সকলৰ নানা হেঁচাই হেঁচি ধৰাত লাগিচাতি থাকিব নোৱাৰাত কৰ্ম্মী সকলেও আগন্তুক পৰিবৰ্ত্তনৰ কথা ভাবি বিপন্ন বোধ কৰিলে। যুদ্ধৰ সমস্যাত মতদ্বৈধতাৰ হেতুকে

কংগ্রেছ শাসিত প্ৰদেশ সমূহৰ মন্ত্ৰীসভাই পদত্যাগ কৰিলে। বিৰুদ্ধ শাসক শ্ৰেণীয়ে অনুভৱ কৰিলে যে বুনিয়াদী শিক্ষা দেশৰ পক্ষে মঙ্গল জনক নহয়। ১৯৪০ চনৰ এপ্ৰিলৰ পৰা ১৯৪১ চনৰ মাৰ্চ্চলৈ বিহাৰ আৰু বোম্বাইৰ বাহিৰে আন আন প্ৰদেশ বোৰত বুনিয়াদী শিক্ষা বন্ধ হৈ গ'ল। যুক্ত-প্ৰদেশত আকৌ বুনিয়াদী শিক্ষাৰ ৰূপান্তৰ ঘটিল। বিহাৰ আৰু বোম্বাইৰ অকল নিৰ্ব্বাচিত ঠাই সমূহতে মাত্ৰ বুনিয়াদী শিক্ষাৰ পৰীক্ষা চলাবলৈ স্থিৰ হল।

এই ৰাষ্ট্ৰনৈতিক পৰিবৰ্ত্তনতো বুনিয়াদী শিক্ষাৰ অপমৃত্যু নঘটিল। ১৯৪১ চনৰ এপ্ৰিল মাহত দিল্লীৰ জামিয়া নগৰত জামিয়া মিলিয়া ইছলামিয়াৰ আহ্বানত হিন্দুস্থানী তা'লিমী সংঘৰ দ্বিতীয় সম্মিলন বহে। ডাঃ জাকিৰ হোচেন চাহাবে সভাপতিৰ আসন গ্ৰহণ কৰে। ডাঃ ৰাজেন্দ্ৰ প্ৰসাদজীয়ে সম্মিলনী উদ্বোধন কৰে। এই সম্মিলনী লৈ মহাত্মাজীয়ে এই বাণীটো পঠায়ঃ

I hope that the conference will realise that success of the effort is dependent more on self-help than Government which must necessarily be continued even when it is well disposed. Our experiment to be thorough has to be at least somewhere made without alley and without outside interference.

১৯৪১-৪২ চনত বুনিয়াদী শিক্ষাৰ সম্প্ৰসাৰণ নহল। কিন্তু যি সকলে কাম আৰম্ভ কৰিলে তেওঁলোকে পৰীক্ষামূলক

ভাবে চলাই থকাৰ সিদ্ধান্ত ললে। ইয়াৰ ফল স্বৰূপে বিদ্যাৰ্থীৰ প্ৰগতি সম্বন্ধে বিচাৰধাৰা চলিলে। তাত দেখা গ'ল যে মূল-উদ্যোগ আৰু শিল্পত যথোচিত নৈপুণ্য অৰ্জ্জন কৰিছে। যন্ত্ৰৰ দৰে কাম নকৰি বুদ্ধি প্ৰয়োগৰ দ্বাৰাই কাম কৰিবলৈ শিক্ষা লাভ কৰিছে। বিদ্যাৰ্থী সকলৰ এলাহ নোহোৱা হৈছে। সকলোৱে সমবায় পদ্ধতিত শৃঙ্খলা লগাই কাম কৰিব পাৰিছে। নিজ নিজ কামৰ দায়িত্ব সুন্দৰকৈ পালন কৰিবলৈও শিক্ষা পাইছে। বাহিৰৰ পৰা দায়িত্ব জাপি দিয়াৰ কোনো আৱশ্যক হোৱা নাই। আৰু দেখা গৈছে যে, প্ৰশ্ন সোধা, পৰ্য্যবেক্ষণ শক্তি, শৃঙ্খলা আৰু সৌন্দৰ্য্য জ্ঞান প্ৰকাশ কৰাৰ ক্ষমতা বহুত খিনি বাঢ়ি গৈছে।

১৯৪২ চনৰ বিখ্যাত "ভাৰত ত্যাগ" "কুইট ইণ্ডিয়া" প্ৰস্তাৱৰ অনুকূলে হোৱা ৰাজনৈতিক আন্দোলনত গোটেই ভাৰতবৰ্ষত এটা তুমুল ৰাষ্ট্ৰনৈতিক বিপৰ্য্যয়ৰ সৃষ্টি হ'ল। ফল স্বৰূপে বুনিয়াদী শিক্ষাৰ ক্ষতি বহু পৰিমাণে হ'ল। চৰকাৰৰ পৰিচালনাত অকল বিহাৰৰ চম্পাৰণ জিলাৰ বেতিয়া থানাৰ এলাকাত ২৭ খন বুনিয়াদী বিদ্যা-লয়ত বুনিয়াদী শিক্ষাৰ পৰীক্ষা অব্যাহত ভাবে চলিলে। বোম্বাই চৰকাৰে যদিও চলাই থাকিলে সি কিন্তু সন্তোষ জনক নহ'ল। দেশীয় ৰাজ্যৰ ভিতৰত কাশ্মীৰতে কিছু পৰিমাণে উল্লেখ যোগ্য কাম হ'ল।

এই খিনিৰ পৰীক্ষা দৃষ্টে পোৱা গ'ল যে বুনিয়াদী স্কুলৰ ল'ৰা-ছোৱালী লিখা পঢ়াৰ নিৰ্ভুলতা, বিষয় বস্তুৰ জ্ঞান আৰু প্ৰকাশ ক্ষমতা, সাধাৰণ পদ্ধতিৰ স্কুলৰ ল'ৰা-ছোৱালীতকৈ বহুত আগবঢ়া।

বুনিয়াদী শিক্ষাৰ শিক্ষাৰ্থীয়ে শিক্ষকৰ ওপৰত নিৰ্ভৰশীল নহৈ নিজে আনন্দমনে জ্ঞান আহৰণ কৰিবলৈ সক্ষম হৈ উঠে।

## —সাৰ্জ্জেণ্ট পৰিকল্পনা—

১৯৪৩ চনত কেন্দ্ৰীয় চৰকাৰৰ কেন্দ্ৰীয় শিক্ষা উপদেষ্টা সমিতিৰ প্ৰতিবেদন প্ৰকাশ কৰিলে। এই প্ৰতিবেদন সাধাৰণতে "সাৰ্জ্জেণ্ট পৰিকল্পনা" নামে পৰিচিত। ভাৰত চৰকাৰৰ সেই সময়ৰ শিক্ষা উপদেষ্টা স্যাৰ জন সাৰ্জেণ্টৰ নামানুসাৰেই এই পৰিকল্পনাৰ নামাস্ক- কৰণ কৰা হয়। এই পৰিকল্পনাত প্ৰথমেই কোৱা হৈছে যে ভাৰতৰ সমগ্ৰ "শিক্ষানীতি" আৰু ব্যৱস্থা নতুনকৈ তৈয়াৰ কৰাৰ পৰিকল্পনা মাথোন। টকাৰ কাৰণে কোনো শিক্ষা পৰিকল্পনা বাস্তবত ৰূপায়িত কৰিব নোৱাৰাটো সমীচীন নহয়। কিয়নো যুদ্ধৰ কাৰণে কোটি কোটি টকা ব্যয়ৰ যোগান ধৰিব লাগে। চৰকাৰে যদি সাৰ্ব্বজনীন শিক্ষাৰ সৰ্বাধিক প্ৰয়োজন অনুভব কৰে, তেনেহলে চৰকাৰে যেনে তেনেই টকা সংগ্ৰহ কৰিবই লাগিব। সাৰ্জ্জেণ্ট পৰিকল্পনা নানা কাৰণে স্মৰণীয় হৈ থাকিব।

## —খেৰ কমিটি—

কেন্দ্ৰীয় উপদেষ্টা সমিতিৰ দ্বাৰা নিৰ্ব্বাচিত বোম্বাই প্ৰদেশৰ প্ৰধান মন্ত্ৰী আৰু শিক্ষা মন্ত্ৰী শ্ৰী বি, জি, খেৰৰ দ্বাৰা গঠিত "খেৰ কমিটি"ক ভৱিষ্যত প্ৰাথমিক শিক্ষা সম্পৰ্কিত পৰিকল্পনা ৰচনা কৰিবলৈ নিযুক্ত কৰিলে। সেই কাৰণে এই কমিটি "খেৰ কমিটি"

নামে জনাজাত হয়। কেন্দ্রীয় উপদেষ্টা সমিতিয়ে প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰত প্ৰধানতঃ বুনিয়াদী শিক্ষা নীতি মানি ললেও তিনিটা মূল বিষয়ে বেলেগ বেলেগ মত পোষণ কৰিলে। এই সমিতিয়ে বুনিয়াদী শিক্ষা পৰিকল্পনাত ৭ বছৰ অবৈতনিক বাধ্যতামূলক প্ৰাথমিক শিক্ষাৰ পৰিবৰ্ত্তে ৮ বছৰ শিক্ষাৰ কাল নিৰ্ণয কৰিলে। এই শিক্ষাৰ কালছোৱাক আকৌ ২ ভাগত ভাগ কৰিলে: প্ৰথম ৫ বছৰৰ পিচত শতকৰা ২০ জন আন আন উচ্চ শিক্ষাৰ স্কুললৈ যাব পাৰিব বুলি মত প্ৰকাশ কৰিলে। গতিকে বুনিয়াদী শিক্ষা পৰিকল্পনাত ৭ বছৰ ব্যাপী অবিচ্ছেদ্য শিক্ষা মানি নললে। দ্বিতীয়তে কাম নিৰ্ব্বাচনৰ সময়ত প্ৰাথমিক স্তৰৰ অৰ্থাৎ প্ৰথম পাঁচ শ্ৰেণীতে বিবিধ কাম দিয়াৰ প্ৰস্তাব কৰিলে। বুনিয়াদী শিক্ষাৰ মূল-উদ্যোগৰ জৰিয়তে দিয়া শিক্ষা-নীতিৰ পৰা এই প্ৰস্তাবে বেলেগ ভাব পোষণ কৰিলে। তৃতীয়তে এই সমিতিয়ে বুনিয়াদী শিক্ষাৰ স্বাবলম্বনৰ প্ৰশ্ন সম্পৰ্কে মত প্ৰকাশ কৰিলে যে শিক্ষা কোনো স্তৰতেই বিশেষকৈ প্ৰাথমিক স্তৰত স্বাবলম্বী হব নোৱাৰে। হোৱা উচিতো নহয়। কিয়নো যদি স্বাবলম্বী কৰা হয়, তেনেহলে শিশুৰ ক্ষতি হব। এই স্বাবলম্বন সম্বন্ধে জাকিৰ হোচেন কমিটি সন্দিহান, কংগ্ৰেচ কমিটি নীৰব আৰু এই সমিতিযে কৰিলে দেখা দেখিকৈ বিৰোধিতা। ১৯৪২ চনৰ পৰা ১৯৪৫ চনলৈ বুনিয়াদী শিক্ষাৰ ওপৰত প্ৰচণ্ড বতাহ বলিলে। '৪২ "আগষ্ট প্ৰস্তাব"ৰ মৰ্ম্মে গান্ধীজী আৰু আন আন বহুতো কৰ্ম্মীক জেললৈ নিলে। ১৯৪৪ চনত অসুখৰ কাৰণে গান্ধীজীক মুক্তি দিলে। তেতিয়া তেওঁৰ ৰুগ্ন

শৰীৰ, কস্তুৰবা আৰু মহাদেব দেশাইৰ পৰলোক গমনৰ কাৰণে শোকাগ্রস্ত। তথাপিতো দেশ উদ্ধাৰৰ কাৰণে আৰু স্বাধীনতা অর্জ্জনত গঠনমূলক কামৰ অপৰিহার্য্যতা সম্বন্ধে তেওঁ আৰু দৃঢ় সঙ্কল্প গ্রহণ কৰিলে। জেলৰ পৰা ওলাইয়ে তেওঁ কৈছিল—জেলত থকা কাল ছোৱাত মই নঈতালিম সম্বন্ধে গভীৰ ভাবে ভাবিছোঁ। আৰু লগে লগে মোৰ মনত দৃঢ় ভাব পোষণ কৰিছোঁ। শিক্ষা ক্ষেত্রত আমি যিখিনি আগ বাঢ়িছোঁ তাতে থাকিলে সন্তুষ্ট হৈ থাকিব নোৱাৰিম। শিক্ষাৰ ক্ষেত্র আৰু বহল কৰিব লাগিব। শিশু শিক্ষা দিয়াৰ ব্যৱস্থাৰ লগে লগে তাৰ পৰিয়াল বর্গ, মাক-বাপেকক শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগিব। এই উপায়ে সমগ্র গাৱঁলীয়া সমাজ, সমগ্র ভাৰতবৰ্ষ সচেতন হৈ উঠিব। তেতিয়াহে হ'ব মুক্তি আৰু সামাজিক ৰাষ্ট্রীয় পৰিবর্ত্তন। বুনিয়াদী শিক্ষকে নিজৰ কর্ম্মক্ষেত্র কেৱল বিদ্যালয়তে সীমাবদ্ধ কৰি ৰাখিলে নচলিব। শিক্ষকৰ শিক্ষা দৃষ্টি লৈ গাৱঁৰ ডেকা, বুঢ়া, যুবাৰ সকলো সমস্যা সমাধানৰ কাৰণে সাজু হৈ থাকিব। শিক্ষকেই মূলতঃ হ'ব গাওঁৰ গুৰু, গাওঁৰ বন্ধু, গাওঁৰ, সমাজৰ সকলো প্রকাৰৰ উন্নতিৰ মূল উৎস।

১৯৪৫ চনৰ জানুৱাৰী মাহত তালিমী সংঘৰ উদ্যোগত সেৱা গ্রামত শিক্ষা সন্মিলন বহে। অসুস্থতাৰ মাজেদি মহাত্মাজীয়ে সভা উদ্বোধন কৰে। অসুস্থতাৰ কাৰণে তেওঁ মৌন ব্রত অবলম্বন কৰে। সন্মিলনৰ সভাপতি ডাঃ জাকিৰ হোচেন চাহেবে মহাত্মাজীৰ বাণীটো পাঠ কৰি শুনায়।

**মহাত্মাজীৰ বাণী** :—তেওঁ কয় যে ইমান দিনে আমি সুৰক্ষিত উপসাগৰতে ; আমাৰ কামৰ সীমাও সুনিৰ্দ্দিষ্ট সংজ্ঞাবদ্ধ আছিল। এতিয়া আমি মহাসাগৰত পৰিলোঁ। আমাৰ একমাত্ৰ পথ প্ৰদৰ্শক হব গ্ৰাম্য কুটীৰশিল্প ধ্ৰুব তাৰাই। আমি এতিয়া ৭ সাতৰ পৰা ১৪ চৈধ্য বছৰৰ শিশুৰ ভিতৰত আবদ্ধ হৈ নাথাকিম। এই নঈতালিম বা নতুন শিক্ষা পৰিকল্পনাৰ ব্যৱস্থা হব জন্ম পোৱাৰ পৰা মৃত্যু পৰ্য্যন্ত। সকলো পৰ্য্যায়ৰ কাৰণে শিক্ষা ব্যৱস্থা কৰিব লাগিব। কাম বহুতো বাঢ়িল কিন্তু পুৰণি কৰ্ম্মীকে লৈ কামত আগ বাঢ়িব লাগিব।

এই সন্মিলনৰ পিচত তালিমী সংঘই প্ৰৌঢ় শিক্ষা, প্ৰাক্ বুনিয়াদী শিক্ষা আৰু উত্তৰ বুনিয়াদী শিক্ষা পদ্ধতিৰ নীতি, পাঠ্য ক্ৰম আদি ৰচনাৰ কাৰণে সমিতি, উপসমিতি গঠন কৰি তালিমী সংঘৰ দ্বাৰা স্বীকৃতি লাভ কৰিলে।

১৯৪৫ চনৰ পিচৰ পৰাই বুনিয়াদী শিক্ষাৰ কাম দ্ৰুত ভাবে অগ্ৰসৰ হবলৈ ধৰিলে। এই চনৰ জুলাই মাহত হিন্দুস্থানী তালিমী সংঘৰ সহকাৰী সম্পাদক শ্ৰীজি, ৰামচন্দ্ৰনে তামিল-নাদৰ অন্তৰ্গত তিৰুচেং গুডত এখন শিক্ষক শিক্ষা শিবিৰ প্ৰতিষ্ঠিত কৰিলে। ১৯৪৫ চনৰ নবেম্বৰ মাহত বঙ্গদেশৰ মেদিনীপুৰৰ অন্তৰ্গত বলোৰামপুৰত এটা কেন্দ্ৰ খোলা হয়।

১৯৪৬ চনৰ ফেব্ৰুৱাৰী মাহত অন্ধ্ৰদেশৰ কোনোটিপুৰমত এখন শিক্ষক শিক্ষাকেন্দ্ৰ স্থাপিত কৰিলে। এই কেন্দ্ৰত ৩৭ জন শিক্ষকে শিক্ষা লাভ কৰে। এই চনৰ

মাহত বাঙ্গালোৰৰ ওচৰত গুৰুকুল আশ্ৰমত ২৩ জন মহীশুৰৰ শিক্ষকে শিক্ষা লাভ কৰে। ১৯৪৬ চনৰ মাৰ্চ্চ এপ্ৰিল মাহত ভাৰতৰ প্ৰায় প্ৰদেশ বোৰতে জনপ্ৰিয় চৰকাৰ প্ৰতিষ্ঠা হয়। বোম্বাই প্ৰদেশৰ মুখ্য মন্ত্ৰী শ্ৰী বি, জি খেৰৰ আহ্বান মতে গোটেই প্ৰদেশ সমূহৰ শিক্ষা মন্ত্ৰী সকলৰ এখন বৈঠক বহে। বৈঠকত বুনিয়াদী শিক্ষাৰ শ্ৰেষ্ঠত্ব সম্পৰ্কে সকলোৱে একমত হয় আৰু নিজ নিজ প্ৰদেশত বুনিয়াদী শিক্ষা প্ৰবৰ্ত্তন আৰু তাৰ বহল প্ৰচাৰৰ কাৰণে এই কেইটি প্ৰস্তাৱ গ্ৰহণ কৰিলে ঃ

১। বুনিয়াদী শিক্ষা পৰীক্ষামূলক ভাবে চাই তাৰ কৃতকাৰ্য্যতাও দেখা গৈছে। গতিকে বিভিন্ন প্ৰদেশ চৰকাৰ সমূহক অনুৰোধ কৰা হয় যেন নিজ নিজ প্ৰদেশত ব্যাপক ভাবে বুনিয়াদী শিক্ষা ব্যৱস্থাৰ প্ৰবৰ্ত্তন কৰে।

২। বৈঠকে এই অভিমত প্ৰকাশ কৰে যে বুনিয়াদী শিক্ষা বা আন কোনো শিক্ষা ব্যৱস্থাতে হওক সাত বছৰ পূৰ্ণ শিক্ষা লাভ কৰাৰ আগতে শিশুৰ পাঠ্য সূচীত ইংৰাজীৰ কোনো স্থান নেথাকিব।

৩। শিশুৰ স্বাস্থ্য, উপযুক্ত আহাৰ, প্ৰতিষেধক আৰু আৰোগ্য-কাৰী চিকিৎসা ব্যৱস্থা, স্বাস্থ্য ৰক্ষাৰ অভ্যাস গঠন যি কোনো জাতীয় শিক্ষা ব্যৱস্থাৰ অবিচ্ছেদ্য অঙ্গ। বুনিয়াদী বিদ্যালয় আৰু অবুনিয়াদী বিদ্যালয় বোৰতো এই কাৰ্য্য সূচী ৰাখি যথাযোগ্য দৃষ্টি দিয়াৰ প্ৰয়োজন বুলি বৈঠকে অভিমত প্ৰকাশ কৰে।

এই সন্মিলনৰ পিচত বিভিন্ন প্ৰদেশ বোৰত বুনিয়াদী শিক্ষাৰ কাম অপ্ৰসৰ হবলৈ ধৰিলে। বিহাৰ প্ৰদেশত আঠ বছৰ কাম কৰি পোৱা অভিজ্ঞতাৰ ওপৰত ভিত্তি স্থাপন কৰি ব্যাপক ভাবে কামত আগবঢ়াৰ পৰিকল্পনা গ্ৰহণ কৰিলে। মাদ্ৰাজ, উৰিষ্যা, মধ্যপ্ৰদেশ, আৰু অসমতো নতুনকৈ শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰ খুলিবলৈ সেৱাগ্ৰাম আৰু জামিয়া মিলিয়া ইছলামিয়া কলেজলৈ বিদ্যাৰ্থী পঠিয়ালে। অসম চৰকাৰে ৯টা শিক্ষক শিক্ষাকেন্দ্ৰ আৰু ৪০৫টা বুনিয়াদী বিদ্যালয় খুলিবলৈ এটা পঞ্চবাৰ্ষিকী পৰিকল্পনা হাতত ললে। এই দৰে প্ৰতি প্ৰদেশতে বুনিয়াদী শিক্ষাৰ কাম দ্ৰুতভাবে চলিব ধৰিলে।

নতুন কৰি আজি শিক্ষা পদ্ধতিক নতুন ঠাঁচত নতুন গঢ় দিবলৈ হিন্দুস্থানী তালিমী সংঘই আত্ম নিয়োগ কৰিলে। বহুত দিন পৰীক্ষাৰ পিচত ১৪ বছৰৰ বালক বালিকাৰ কি কি জ্ঞান আৰু কৰ্ম্মশক্তি অৰ্জ্জন কৰা উচিত আৰু সম্ভৱপৰ তাৰো এখন তালিকা প্ৰণয়ন কৰিলে। ৬-১৪ বছৰ পৰ্য্যন্ত এই আঠ বছৰ বুনিয়াদী শিক্ষা লাভ কৰাৰ পিচত বিদ্যাৰ্থী সকল এইবোৰ গুণৰ অধিকাৰী হব বুলি আশা কৰা যায়ঃ

(ক) সুঠাম, স্বাস্থ্যপূৰ্ণ, কান্তিযুক্ত দেহৰ অবয়ব আৰু কঠিন শাৰীৰিক শ্ৰম কৰিবলৈ সক্ষম হব।

(খ) কুটীৰ শিল্পৰ দ্বাৰা অৰ্থনৈতিক সমস্যা সমাধান আৰু গ্ৰাম কেন্দ্ৰিক গণতান্ত্ৰিক সমাজ ব্যৱস্থা সম্বন্ধে সুস্পষ্ট ধাৰণা লাভ কৰিব।

(গ) মূলউদ্যোগ বিদ্যাৰ্থী সকলে বিদ্যালয়তে শিকিব আৰু তাৰ পৰাই স্বাবলম্বী হব পাৰিব।

(ঘ) কপাহৰ পৰা কাপোৰ উৎপাদনলৈ এই প্ৰক্ৰিয়া সকলোৱে শিকিব।

(ঙ) নিজৰ কাৰণে সুখাদ্য শাকশব্জী উৎপন্ন কৰিবলৈ পাৰিব। ৰন্ধাবঢ়া দিয়া-থোৱা আদি সামাজিক ব্যৱস্থা সম্বন্ধে জ্ঞান লাভ কৰিব। কেনেকৈ পৰিবেশন কৰিব লাগে, কেনেকৈ হিচাবপত্ৰ আদি ৰাখিব লাগে আৰু কৰিব লাগে তাৰো জ্ঞান লাভ কৰিবলৈ সক্ষম হব।

(চ) খাদ্য বিজ্ঞান, ব্যক্তিগত আৰু জনস্বাস্থ্য সম্বন্ধীয় মূলতত্ত্ববোৰ শিকিব। সাধাৰণ প্ৰাথমিক চিকিৎসা আৰু শুশ্ৰূষা সম্বন্ধে যঠেষ্ট জ্ঞান পাব।

(ছ) সভা সমিতি পৰিচালনাৰ নীতিবোৰ শিকিব। সমবায় ভঁড়ালৰ হিচাব-পত্ৰ আৰু পৰিচালনা কৰিবলৈ সক্ষম হব।

(জ) মাতৃভাষাৰ উৎকৰ্ষ সাধন কৰিব পাৰিব আৰু জন সভাত বক্তৃতা দিব পাৰিব। নিজৰ মনোভাব ব্যক্ত কৰিব পাৰিব। লিখনতো যথেষ্ট ভাষাৰ উন্নতি লাভ কৰিব। মাতৃভাষাৰ ভাল সাহিত্যৰস গ্ৰহণ কৰিব আৰু হিন্দুস্থানীত কাম চলাবৰ জ্ঞান পাব। সৰল হিন্দুস্থানী আৰু দেৱনাগৰী লিপিও লিখিব পঢ়িব পাৰিব। সামূহিক প্ৰাৰ্থনা আৰু জাতীয় সঙ্গীত গাবলৈ শিকিব। চিত্ৰকলা সম্বন্ধে যথেষ্ট জ্ঞান পাব।

(ঋ) ঘোঁৰা, চাইকেল, গৰুগাড়ী চলাব শিকিব। বিদ্যালয় আৰু গাৱঁৰ উৎসৱ পৰিকল্পনা আৰু পৰিচালনা কৰাৰ দক্ষতা লাভ কৰিব। সাময়িক পত্রিকাদি পাঠ আৰু আলোচনা ক্রমে পৃথিবীৰ অর্থনৈতিক, সামাজিক আৰু ৰাজনৈতিক অৱস্থা সম্পর্কে মোটা-মুটি জ্ঞান লাভ কৰিব। যন্ত্রবিজ্ঞান আৰু আন আন যন্ত্রপাতি সম্বন্ধে শিকিব।

(ঞ) তুলা উৎপাদন, ৰন্ধাবঢ়া, মূলউদ্যোগ, বাগিচাৰ কাম, ব্যক্তিগত আৰু গাৱঁৰ স্বাস্থ্য ৰক্ষা প্রভৃতিৰ দ্বাৰাই মৌলিক বৈজ্ঞানিক তত্ত্ববোৰৰ লগত পৰিচিত হব পাৰিব। অন্ন-বস্ত্র, সম্পর্কিত প্রক্রিয়াৰ দ্বাৰাই পৃথিবীৰ ভূগোল জানিব পাৰিব। ভাৰতৰ জাতীয় ইতিহাস সম্পর্কে যথেষ্ট জ্ঞান পাব। সকলো ধৰ্ম্মৰ প্রতি সমভাৱ আৰু সাম্প্রদায়িকতা ভেদভাব নেথাকিবলৈ উদ্যোগী হব। জাতিভেদ আৰু অস্পৃশ্যতা কুসংস্কাৰৰ পৰা মুক্ত থাকিব।

(ট) গাৱঁৰ প্রতি, পাৰা-প্রতিবেশীৰ প্রতি ভাল পোৱা আৰু জনসেৱাৰ কাৰণে সুন্দৰ জ্ঞান পাব, আৰু গঠনমূলক কাম কৰিবলৈ যথেষ্ট জ্ঞান পাব। [বুনিয়াদী শিক্ষাৰ এই নতুন তত্ত্ব আৰু মানদণ্ডৰ লগত আজিৰ আধুনিক শিক্ষাৰ মানদণ্ডৰ কোনো তুলনাই নেথাকে]।

## —নতুন পৰিকল্পনাৰ খচৰা—

গান্ধীজীৰ অনুপ্ৰেৰণাত হোৱা হিন্দুস্থানী তালিমী সংঘৰ উদ্যোগত যি নতুন পৰিকল্পনাৰ খচৰা জাতিৰ সমুখলৈ অনা হৈছিল তাৰ মূল প্ৰস্তাৱ এই ৪ টা:

১। শিক্ষাই যদি মানুহ তৈয়াৰ কৰে, তেনেহলে প্ৰত্যেকৰ কাৰণে শিক্ষাৰ ব্যৱস্থা থাকিব লাগে। ই অত্যন্ত দৰকাৰী।

২। শিক্ষা ব্যৱস্থা আৰ্থিক ভাবে স্বাৱলম্বী হোৱা দৰকাৰ। কাৰণ শিক্ষা ব্যৱস্থাই যে আমাৰ সৃজনী শক্তি জাগ্ৰত কৰি তুলিব পাৰিছে তাৰ প্ৰত্যক্ষ প্ৰমাণ পোৱা যাব। এই শিক্ষা কোনো ৰাজনৈতিক বা ব্যক্তিগত স্বাৰ্থৰ দ্বাৰা প্ৰভাবিত আৰু তাক ক্ষুদ্ৰ গণ্ডীৰ ভিতৰত ৰখা নেযাব।

৩। শিক্ষা কৰ্ম্মকেন্দ্ৰিক হোৱা প্ৰয়োজন। কাৰণ আমাৰ জীৱন-ধাৰাই হৈছে কৰ্ম্মপ্ৰবাহ। এই কৰ্ম্মপ্ৰবাহৰ পৰা দূৰত ঠিয় দি যি শিক্ষা দিয়া হয় সি জীৱন গঢ়াৰ শিক্ষা নহয়। গতিকে জীৱনক কৰ্ম্মৰ কেন্দ্ৰত জৰিত কৰি জীৱনৰ শিক্ষা গ্ৰহণ কৰা প্ৰয়োজন।

৪। শিক্ষাৰ সুস্পষ্ট লক্ষ্য থকা একান্ত আৱশ্যক। আৰু সেই লক্ষ্য হোৱা উচিত আদৰ্শ মানুহ, আদৰ্শ সমাজ গঢ়ি তোলা। মানুহৰ উৎকৰ্ষ হৈছে তাৰ মহত্ত্ব, তাৰ শক্তি, বুদ্ধিবৃত্তিৰপূ পৰিৰ্ণ বিকাশত। বুদ্ধিৰ দ্বাৰা মানুহে

সত্যক উপলব্ধি কৰিব পাৰিব আৰু নতুন নতুন উদ্ভাবনীৰ দ্বাৰা শক্তিমান হৈ উঠিব পাৰিব। এই সৰ্ব্বাঙ্গীন বিকাশৰ বাবে যিটো ভেটিৰ প্ৰয়োজন সেয়ে হৈছে সত্য আৰু অহিংসাৰ ভেটি। গতিকে নতুন পৰিকল্পনাৰ কাৰ্য্য সূচীত সত্যৰ প্ৰতি গভীৰ নিষ্ঠা আৰু আনৰ প্ৰতি ভালপোৱা শিক্ষাৰ্থীৰ ভিতৰত গঢ়ি তোলা।

হিন্দুস্থানী তালিমী সংঘই যি কৰ্ম্ম-সূচী ৰচনা কৰিছে তাত শিক্ষাক এই ৪ টি পৰ্য্যায়ত ভাগ কৰিছে।

১। প্ৰাক্‌বুনিয়াদী ৩-৬ বছৰৰ কম বয়সৰ শিশুৰ শিক্ষা।
২। বুনিয়াদী শিক্ষা ৬-১৪ বছৰলৈ ল'ৰা-ছোৱালীৰ শিক্ষা।
৩। উত্তৰ বুনিয়াদী শিক্ষা—বুনিয়াদী শিক্ষা পোৱাৰ পিচত বৃত্তি মূলক শিক্ষা—
৪। প্ৰৌঢ় শিক্ষা—নিৰক্ষৰ লোকসকলক শিক্ষা দিয়াৰ ব্যৱস্থা।

## —বয়স্কৰ শিক্ষা—

৩-৬ বছৰ। এই বয়সৰ শিশুৱে তত্বাৱধানত, আহাৰ, খেলা-ধুলা কৰিব। স্বাস্থ্যকৰ পৰিবেশৰ মাজেদি নিয়মানুবৰ্ত্তী কৰি গঢ়ি তুলিব লাগিব। শিক্ষণীয় বিষয় হব—পৰিচ্ছন্নতা, সামূহিক ভাবে কাম কৰাৰ ক্ষমতা, মাতৃ-ভাষা শিকা।

৬-১১ লৈ—এই কালডোখৰত শিশুৰ আত্মচেতনা, প্ৰাকৃতিক পৰিবেশ সম্বন্ধে সচেতনতা, সামাজিক পৰিবেশ সম্বন্ধে সচেতনতা, সূতাকটা, বাগিচাৰ কাম, এই পাঁচটি কৰ্মকেন্দ্ৰিকৰ মাজেদি

বিষয় শিক্ষা লাভ কৰিব—মাতৃ-ভাষা, ইতিহাস, সমাজবিজ্ঞান, বিজ্ঞান, সঙ্গীত, গণিত, নৃত্যকলা, খেলা-ধুলা চিত্ৰকলা ইত্যাদিৰ শিক্ষা।

১১-১৪ লৈ—ওপৰোক্ত কৰ্মৰ যোগেদি শিক্ষা লাভ বহুল আৰু ওখ ভাৱধাৰাৰ। ইয়াৰ উপৰিও সৰল হিন্দী শিক্ষা, বয়ন, ৰং কৰা, কৃষি-কাম শিক্ষা লাভ কৰা।

## —বয়স্কৰ শিক্ষা—

উচ্চ কলাবিদ্যা, বিজ্ঞান, শিক্ষকৰ শিক্ষা, শিল্প শিক্ষা, কৃষি, গোপালন পোলট্ৰি, খাদীৰ জ্ঞান, চিকিৎসা, কুটীৰ শিল্পৰ শিক্ষা, গবেষণা।

## —নঈতালিমৰ দৃষ্টি—

১। শিক্ষণীয় বিষয় সহজ, আনন্দ আৰু স্বচ্ছন্দে বুজিব পৰাৰ লগতে সৃজনীশক্তিৰ সন্ধান দিয়ে। শিশুৰ মনে স্বাভাবিকতে আপোন হাতে কিবা কৰিবলৈ খোজে। নঈতালিমে এই স্বাভাবিক গতিক স্পৰ্শ কৰি লাহে লাহে তাকে লৈ নানা বিষয় আকৰ্ষণ কৰে। এই কাৰণে নঈতালিমে হাতৰ কামৰ জৰিয়তে শিক্ষা ব্যৱস্থা। এই ব্যৱস্থা বিজ্ঞান সন্মত বুলি স্বীকৃত।

২। জীৱনৰ লগত খাপ খুৱাবলৈ শিক্ষা ব্যৱস্থাই হব সজীৱ, সক্ৰিয়, সৃষ্টিক্ষম আৰু আনন্দপূৰ্ণ।

৩। দেশৰ সংস্কৃতিক নঈতালিমে সুস্থ সহজ আৰ-হাওৱাত পৰিপুষ্ট কৰি তুলিবলৈ সক্ষম।

৪। বুনিয়াদী শিক্ষা পুথিগত শিক্ষা নহয়, ই আনৰ পুথিৰ ওপৰত নির্ভৰ নকৰে। জীৱন পুথিৰ পৰাই এই শিক্ষা গ্ৰহণ কৰিব লাগিব।

৫। বুনিয়াদী শিক্ষাৰ লক্ষ্য ভালপোৱাৰ সূত্ৰে ঐক্যবদ্ধ এক শোষণহীন গ্ৰাম সমাজ গঠন কৰা। বুনিয়াদী শিক্ষাই মৃতপ্ৰায় গাৱঁৰ নবপ্ৰাণ সঞ্চাৰৰ আশা কৰে। বুনিয়াদী শিক্ষা সমগ্ৰ গ্ৰাম সেৱাৰ মস্তিষ্ক স্বৰূপ।

# বুনিয়াদী শিক্ষাৰ মূল তত্ত্ব

বুনিয়াদী শিক্ষাৰ প্ৰথম মূলতত্ত্ব হব লাগিব অনিবাৰ্য্য বিনা বেতনে শিক্ষা।

এই শিক্ষা ধনী দুখীয়া, উচ্চ নীচ, সৰু ডাঙৰ সকলোৰে কাৰণে হব। সেই কাৰণে ইয়াৰ ব্যৱস্থা বিনা বেতনে হব। জন-জাতীয়তাৰ কোনো সংকীৰ্ণতা আৰু বৈভৱৰ বিপুলতা ইয়াৰ বাধাকাৰক নহব। তাহানি যেনেকৈ ৰজাৰ ল'ৰা আৰু ভিখাৰী ব্ৰাহ্মণৰ ল'ৰা একেলগে গুৰুগৃহত শিক্ষা কৰিছিল আৰু গুৰুৰ যাবতীয় কাম কৰিছিল, বৰ্ত্তমানেও বুনিয়াদী শিক্ষা সকলোৰে কাৰণে হব। ই আবালবৃদ্ধবনিতা সকলোৰে কাৰণে আৱশ্যক।

বুনিয়াদী শিক্ষাৰ দ্বিতীয় মূল তত্ত্ব হৈছে কৰ্ম্মকেন্দ্ৰিক।

বিনা বেতনে আৰু অনিবাৰ্য্য শিক্ষা দিয়াৰ আন এটা উদ্দেশ্য হৈছে শ্ৰম আৰু অভেদ শিক্ষা। শ্ৰম আৰু অভেদ ভাব তেতিয়াহে সিদ্ধ হব, যেতিয়া মানুহে শ্ৰমৰ মৰ্য্যদা আৰু সমাজ কল্যাণৰ ভাবধাৰা অন্তৰত জাগৰিত হয়। এক শ্ৰেণীৰ মানুহে শ্ৰম কৰা মানুহক হীন বুলি ভাবে। তাহানি

ৰজাৰ ল'ৰা শ্ৰীকৃষ্ণ আৰু ভিখাৰী বামুণৰ ল'ৰা সুদামাই গুৰু-গৃহত বিদ্যা শিক্ষা কৰা আৰু গুৰুৰ কাৰণে যাবতীয় কাম কৰাৰ কাহিনী শুনা যায়। কোনো এটা হস্ত শিল্পৰ মাজেৰে শিক্ষা দিয়াই বুনিয়াদী শিক্ষাৰ আদৰ্শ। শিল্পৰ ওপৰত জীৱিকা প্ৰতিষ্ঠিত হলে শ্ৰম আহি পৰে। শিল্পৰ কাম হব লাগিব নৈতিকতাৰ পৃষ্ঠভূমিৰ ওপৰত প্ৰতিষ্ঠিত। শিল্পত নৈতিকতা স্থা'হ পৰিলে শ্ৰমিক সকলৰ দ্বাৰা অহিংস সমাজ ৰচনা হব। নৈতিকতাৰ অভাৱত আজি সমাজত হিংসাৰ প্ৰাদুৰ্ভাৱ হৈছে। তাৰ ফলত ধনীয়ে নিৰ্ধনীক শোষণ কৰিছে। বলীয়ে নিৰ্ব্বলীক শাসন কৰিছে। নিজ স্বাৰ্থ পূৰণৰ বাবে সমাজৰ বিৰাট স্বাৰ্থক বলি দিছে। সেই কাৰণে বাপুজীয়ে বুনিয়াদী শিক্ষাক সত্য আৰু অহিংসাৰ ওপৰত প্ৰতিষ্ঠিত কৰিছে। অহিংসা লাভ হয় চিত্তবৃত্তি দমনৰ দ্বাৰা, দমন হয় ত্যাগৰ দ্বাৰা, ত্যাগ আহে নৈতিক কৰ্ম্মৰ পৰা। আন ফালে জ্ঞানৰ পৰা অনু-ভূতি আৰু অনুভূতি কৰ্ম্মৰ পৰা বাহিৰ হয়। কাম-কৰ্ম্ম ৰহিত জ্ঞান অসম্পূৰ্ণ। কাৰণ ই অবাস্তৱত পৰিণত হয়। যি অবাস্তৱ সি অস্থায়ী। প্ৰচলিত শিক্ষাত কৰ্ম্মৰ কোনো সম্বন্ধ নাই। সেই কাৰণে সি অসম্পূৰ্ণ আৰু অস্থায়ী। তাৰ প্ৰমাণ গাওঁৰ স্কুলবোৰত প্ৰথম বৰ্গত যদি এক শ জন ছাত্ৰ পঢ়ে পঞ্চম বৰ্গ পাওঁতে বিশ জনহে থাকে। বাকী আশী জনে স্কুল এৰাত দুই চাৰি মাহতে সকলো শিকা কথা পাহৰি যায় আৰু নিৰক্ষৰৰ শাৰীত পৰেগৈ। এইয়ে আজি ভাৰতৰ শিক্ষা

ক্ষেত্ৰত শোচনীয় দুৰ্দ্দশা। কাৰণ প্ৰচলিত শিক্ষাত অৰ্থাৎ বৃটিছৰ আমোলৰ শিক্ষাত কৰ্ম্মৰ লগত শিক্ষা দানৰ কোনো সম্বন্ধ নাই। কৰ্ম্ম নহলে যে প্ৰকৃত জ্ঞান নহয় তলত দিয়া কথাৰ পৰা প্ৰমাণিত হয়।

এজন মানুহে নদীৰ পাৰত বহি সাত বছৰ মানুহে নদীত সাঁতোৰা দেখি ভাবিলে তেওঁ সাঁতুৰিবলৈ পাৰিব। এই ভাবি তেওঁ নদী ত সাঁতুৰিবলৈ জাপ মাৰিলে। তেওঁ জানো সাঁতুৰিব পাৰিব? তেওঁৰ দশা পানীৰ তললৈ যোৱাৰ বাহিৰে অন্য আৰু নহল।

বুনিয়াদী শিক্ষাৰ তৃতীয় মূল তত্ত্ব হৈছে মাতৃভাষাৰ জৰিয়তে শিক্ষা দান।

সংসাৰত যদি অহিংস বিপ্লব আনিব লগা হয়, তেনেহলে সাহিত্যত বিপ্লব আনিব লাগিব। যদি সংস্কৃতি জীয়াই ৰাখিব লগা হয়, ভাষা জীয়াই ৰাখিব লাগিব। ভাষা সাহিত্যৰ বাহন। বিজেতা দেশে পৰাজিত দেশৰ ভাষাৰ মাধ্যম পৰিবৰ্ত্তন কৰা স্বাভাৱিক। সেই কাৰণে ইংৰাজেও ভাৰতত ইংৰাজী ভাষাৰ শিক্ষা দিয়াৰ ব্যৱস্থা কৰিছিল। তাৰ ফলত আমাৰ দৰ্শন, ন্যায়, সাংখ্য, উপনিষদ, শ্ৰুতি আৰু স্মৃতি আদি চৰ্চ্চা কৰাত অবিশ্বাস আৰু অশ্ৰদ্ধা হ'ল। আমি নিজৰ সম্পদ এৰি পৰৰ ভাৱধাৰাত মন পৰিচালিত কৰিব ধৰিলোঁ। তদুপৰি নিজৰ মাতৃভাষাৰে জ্ঞানোপাৰ্জ্জন যেনেকুৱা সুগম, পৰভাষাৰে সিমান সহজ নহয়। সেই অভিজ্ঞতা আমাৰ নোহোৱা নহয়।

সেই কাৰণে বুনিয়াদী শিক্ষা ব্যৱস্থাত মাতৃ ভাষাই শিক্ষাৰ মাধ্যম ।

বুনিয়াদী শিক্ষাৰ চতুৰ্থ মূল তত্ত্ব হৈছে "সমাজ শিক্ষা" বা সমগ্ৰ শিক্ষা ।

প্ৰচলিত শিক্ষাত সমাজ শিক্ষাৰ কোনো ব্যৱস্থা নাই । সেই কাৰণে শিক্ষিত সকলকো সমাজ কল্যাণ আৰু সমাজ সেৱা কামৰ পৰা বিৰত থকা দেখা যায় । য'তে ত'তে শৌচ-প্ৰস্ৰাৱ কৰি সমাজৰ অকল্যাণ কৰা, বিড়িৰ টুকুৰা দলিয়াই দি বহু টকাৰ সম্পত্তি পুৰি পেলোৱা, কলৰ বাকলি, ইটাৰ টুকুৰা বাটত পেলাই অন্যৰ অনিষ্ট সাধন কৰা আদি বহু কথা দেখা যায় । লক্ষ কোটি টকা মদ চিগাৰেটত উৰোৱা, চাফাইৰ অভাৱত চহৰ নগৰ নৰকত পৰিণত হোৱা, কুসংস্কাৰ, হিংসা-দ্বেষ আদিৰ কাৰণে ভয়ঙ্কৰ পৰিণাম ভোগ কৰা সদায় দেখা যায়। ইয়াৰ মূল কাৰণ সমাজ শিক্ষা বা সমগ্ৰ শিক্ষাৰ অভাব । সেই কাৰণে বাপুজীয়ে কৈছিল "শিক্ষা সকলোৰে কাৰণে হব লাগে ।" সন্ত বিনোবা ভাৱে কয় "প্ৰত্যেক স্কুল ঘৰ হব লাগে আৰু প্ৰত্যেক ঘৰ স্কুল হব লাগে ।"

আজি শিশুই স্কুলত শিকিব এক আৰু ঘৰত আৰু সমাজত শিকিব এক । সমাজৰ ভাৱধাৰা এক ফালে স্কুলৰ শিক্ষা একফালে । এই বিভেদৰ মাজত শিক্ষাৰ সফলতা কেনেকৈ আহিব পাৰে ? সেই কাৰণে বুনিয়াদী শিক্ষা হব লাগিব শিশু সমাজ সকলোৰে কাৰণে । মাতৃগৰ্ভৰ পৰাই শিক্ষা আৰম্ভ হয় । সেই কাৰণে পিতৃ-মাতৃও শিক্ষিত হব লাগিব ।

বুনিয়াদী শিক্ষাৰ পঞ্চম মূল তত্ব হৈছে "স্বাৱলম্বন"। ইয়াৰ উদ্দেশ্য ব্যক্তি, সমাজ আৰু ৰাষ্ট্ৰক স্বাৱলম্বী কৰি গঢ়ি তোলা। বৰ্ত্তমান শিক্ষাই স্বাৱলম্বী কৰা দূৰৰ কথা বাহ্য জগতৰ লগত ফেৰ মাৰি চলিবলৈও অসমৰ্থ কৰি তোলে। সহস্ৰ সহস্ৰ টকা ব্যয় কৰি বিশ্ববিদ্যালয়ৰ পৰা বাহিৰ হৈ ওলাই আহিলেই আমাক চাকৰি লাগিব। নহলে নিবনুৱাৰ তালিকাত নাম ভৰ্ত্তি কৰিব লাগিব। সেই কাৰণে বিশ্ববিদ্যালয় বিলাকে ভিখাৰীৰ সৃষ্টি কৰিছে যেন লাগে। প্ৰাচীন ভাৰতীয় সমাজৰ লক্ষ্য আছিল স্বাৱলম্বী হোৱা। এই স্বাৱলম্বনৰ পৰা সত্য আৰু অহিংসা সাধন হব। ব্যক্তিয়েই হওক, সমাজেই হওক বা ৰাষ্ট্ৰই হওক স্বাৱলম্বী হব নোৱাৰিলে কল্যাণ নাই। পুৰণি কালত ৰঘুবংশী ৰজা সকলে গোপালন কৰিছিল। শ্ৰীকৃষ্ণই গৰু চাৰিছিল। হলধৰে হাল বাইছিল আৰু জনক ৰজাই হালৰ মুঠিত ধৰিছিল আৰু এনে বহু উদাহৰণ পুৰাণ উপনিষদত পোৱা যায়। গতিকে এই স্বাৱলম্বন শিক্ষাৰ দ্বাৰা নিজৰ দহৰ আৰু দেশৰ কল্যাণ সাধন কৰা আজি প্ৰত্যেকৰে জীৱনৰ কৰ্ত্তব্য।

বুনিয়াদী শিক্ষাৰ ষষ্ঠ মূল তত্ব হৈছে "সংস্কাৰ পূৰ্ণ সৰ্ব্বোদয় বাদ।"

জীৱন কৰ্ম্ম বহুল। সকলো কৰ্ম্মতে শিক্ষা লাভ কৰিব লাগিব। অন্ন বস্ত্ৰ আৰু গৃহৰ কাৰণে শিক্ষা কৰিব লাগিবই। তাৰ ওপৰত সকলো প্ৰাণীৰ প্ৰতি দয়াশীল, ক্ষমাশীল, সহানু-

ভূতিশীল হব লাগিব। ধনী, দুখীয়া, সৰু ডাঙৰ, উচ্চ, নীচৰ ভেদ ভাব ত্যাগ কৰি সাম্য মৈত্ৰীৰ ভাৱ পোষণ কৰিব লাগিব।

সংস্কাৰ পূৰ্ণ শিক্ষাই শোষণৰ পৰিবৰ্ত্তে পোষণৰ ভাৱ জাগ্ৰত কৰে। আজি এই সংস্কাৰ পূৰ্ণ বুনিয়াদী শিক্ষাৰ মূল তত্ব বোৰলৈ লক্ষ্য ৰাখি শিক্ষাৰ ব্যৱস্থা কৰিলে সমাজ আৰু ৰাষ্ট্ৰৰ কল্যাণ অৱশ্যম্ভাবী।

---

# বুনিয়াদী শিক্ষাৰ আধাৰ

সাধাৰণতে শিশুৰ বিকাশ হয় প্ৰকৃতি, শিল্প আৰু সমাজৰ পৰা। প্ৰকৃতিৰ পৰা মানুহৰ সকলো বস্তু লাভ হয়। সেই বস্তুবোৰৰ পৰা শিল্পৰ দ্বাৰা-মানুহে আৱশ্যকীয় বস্তু তৈয়াৰ কৰে। শিল্পৰ তৈয়াৰী বস্তুবোৰ আকৌ সমাজত বিতৰণ হয়। গতিকে প্ৰকৃতি শিল্পৰ মূল আৰু শিল্পই সমাজৰ আৱশ্যকতা পূৰ্ণ কৰে। এই তিনিটাক বাদ দি বিশ্বজগত চলিব নোৱাৰে। প্ৰকৃতি—প্ৰকৃতিৰ চন্দ্ৰ, সূৰ্য্য. গ্ৰহ, নক্ষত্ৰ, আকাশ, বতাহ ডাৱৰৰ ক্ৰিয়া, পশু, পক্ষী, পতঙ্গৰ আচাৰ নীতি আৰু লতা, তৃণ নদ, নদী, পৰ্ব্বত আদিয়ে বেচি মাল যোগোৱা অৱদান।

শিল্প—প্ৰকৃতিৰ বুকৰ পৰা উপযোগী বস্তু লৈ নানা তৰহৰ আৱশ্যকীয় বস্তু তৈয়াৰ কৰি লোৱা হয়।

সমাজ—সমাজত শিল্পজাত বস্তুবোৰ বিতৰণ কৰা। পৰৰ সুখ দুখত সন্মিলিত হোৱা, পৰোপকাৰ কৰা, সমাজৰ কল্যাণ সাধন কৰা, দহৰ আৰু দেশৰ কাৰণে আত্মোৎসৰ্গ কৰা আদি ক্ৰিয়াৰ দ্বাৰা শিশুৰ জ্ঞান উপাৰ্জ্জন অনিবাৰ্য্য হৈ পৰে। জ্ঞান কৰ্ম্মৰ পৰাই লাভ হয়।' কৰ্ম্ম বিনা প্ৰকৃত

লাভ নহয়। বৰং বিপদহে মাতি অনা হয়। সেই কাৰণে বুনিয়াদী শিক্ষা কামৰ জৰীয়তে দিয়া হয়। জ্ঞান আৰু কৰ্ম্মৰ সম্বন্ধ অভিন্ন। মাটি আৰু মাটিৰ কলহৰ যি সম্বন্ধ জ্ঞান আৰু কৰ্ম্মৰ সম্বন্ধও তদ্ৰূপ। যদি কোৱা হয় মাটি আৰু মাটিৰ কলহ বেলেগ বস্তু, তেনেহলে কলহৰ পৰা মাটি খিনি উলিয়াই নিয়া হওক। তেতিয়া কলহৰ অস্তিত্ব থাকিব জানোঁ? যদি একে বস্তু বুলি কোৱা হয় তেনেহলে মাটি খিনিৰে পানী অনা হওক! সেইটোও জানোঁ সম্ভৱ হব পাৰে? মাটিৰে কোনোৱে পানী আনিব নোৱাৰে। মাটিক প্ৰথমে কলহৰ ৰূপ দিব লাগিব, তেনেহলেহে পানী অনা কাম হব।

বুনিয়াদী ছাত্ৰই প্ৰকৃতিৰ বুকৰ পৰা কপাহ আহৰণ কৰিব। সেই কপাহৰে সূতা কটা কাম কৰিব। সূতা কটাৰ কাৰণে যিবিলাক ব্যৱহাৰিক কাম কৰা হয় তাৰ পৰা জ্ঞান আয় হৈ থাকিব। আমি দেখিছোঁ লৰাই সূতা কাটিছে। আমি যদি কওঁ, সি সূতা হে কাটিছে। তেনেহলে সেইটো ভুল হব। জ্ঞানৰ শ্ৰোত কৰ্ম্ম। কোনো কাম কৰিলে জ্ঞান আপোনা-আপুনি আহি পৰিব। গতিকে সূতা কটাৰ লগে লগে নানা ৰকমৰ জ্ঞানো উপলব্ধি হব। কাৰণ কোনো এটা কাম কৰিব লগা হলে কি, কিয়, কেনেকৈ আদি প্ৰশ্নৰ উদ্ভৱ হয়। সেই-কাৰণে বহু জ্ঞানৰ সন্ধান মিলে। ইয়ে হৈছে বুনিয়াদী শিক্ষাৰ সমন্বয়।

**সমবায়ী শিক্ষাঃ**- এই শিক্ষা এটা পদ্ধতি নহয়—বুনিয়াদী শিক্ষা জীৱনৰ মাজেৰে জীৱনৰ শিক্ষা। এই শিক্ষাৰ দ্বাৰা জীৱন যাপনৰ প্ৰকৃত শিক্ষা লাভ হয়। কৰ্ম্মৰ মাজেৰে জীৱনৰ সকলো আৱশ্যকীয় জ্ঞান লাভ কৰাই এই শিক্ষাৰ উদ্দেশ্য।

এইটো স্পষ্ট ভাৱে দেখা যায় জ্ঞান কৰ্ম্মৰ পৰাই লাভ হয়। উদাহৰণ স্বৰূপে কব পাৰি এজন মানুহে গছত কনেকৈ উঠে, তাক দেখিছে। এবছৰ নহয় বহু বছৰ দেখিয়েই আছে। যদি তেওঁ এদিন উঠিবলৈ যত্ন কৰে তেওঁ জানো উঠিব পাৰিব? সেইদৰে ঘোঁৰাত উঠাও আমি সদায় দেখোঁ। যদি আমি দেখিয়েই তীব্ৰ বেগেৰে ঘোঁৰাৰ ওপৰত উঠি দূৰলৈ যাবলৈ ইচ্ছা কৰোঁ তেনেহলে সেই উদ্দেশ্য জানো, আমাৰ সফল হব? তাৰ বদলি আমাৰ ঘোঁৰাৰ ওপৰৰ পৰা পৰি আঘাত পোৱাৰ কথাহে হব।

স্কুলত আমি ল'ৰাক শিকাওঁ আৰু লিখিবলৈ দিওঁ—সদায় সঁচা কথা কবা। তাৰ জানো সঁচাকথা কোৱা সাধন হ'ল। কল্পনা কৰোঁতে, ভাবোঁতে আৰু দেখোঁতে কাম সমাধা নহয়। তাক বাস্তৱত ৰূপ দিবলৈ চেষ্টা কৰিব লাগিব। তেনেহলে জীৱনৰ উপযোগী জ্ঞান হব। আমি শিশুক শিকাওঁ পুৱাই উঠা স্বাস্থ্যৰ কাৰণে ভাল। কিয়নো তাত অম্লজান বতাহ আছে। কিন্তু যদি শিশুই দুৱাৰ খিৰিকি বন্ধ থকা ঘৰত বহু দেৰিলৈ শুই থাকে তাৰ জানোঁ স্বাস্থ্যৰ উপকাৰ হব।

এইদৰে শিশুক সকলো কথা কথাৰেহে শিকাইছোঁ, কিন্তু বাস্তৱত আমি সেইদৰে ৰূপ দিয়া নাই। প্ৰচলিত শিক্ষাত কৰ্ম্মৰ কোনো সম্বন্ধ নাই, সেই গতিকে শিক্ষা অপূৰ্ণ। বুনিয়াদী শিক্ষা কৰ্ম্মকেন্দ্ৰিক। শিশুই যি কাম কৰিব তাৰ আধাৰত তাৰ জীৱনৰ উপাৰ্জ্জন হব। আগতে কোৱা হৈছে জ্ঞান আৰু কৰ্ম্মৰ ভিতৰত অভিন্ন সম্বন্ধ। শিশুৱে কাম কৰিব, খেল ধেমালি কৰিব আৰু আনফালে জ্ঞান উপাৰ্জ্জন হৈ থাকিব। কোনো হস্ত শিল্পৰ জৰিযতে গণিত, মাতৃভাষা সমাজ বিজ্ঞান, সাধাৰণ বিজ্ঞান, চিত্ৰকলা আদি সকলো বিষয়ৰ জ্ঞান লাভ কৰিব। সেইটো নকৰি যদি প্ৰচলিত পদ্ধতি অনুসাৰে শিক্ষা দিয়া হয় আৰু তাৰ লগত শিল্পৰ কিছুকাম সাঙুৰি দিয়া হয়, তেনেহলে প্ৰকৃত বুনিয়াদা শিক্ষা নহয়। নৰসিংহ ৰূপহে হব। বুনিয়াদী শিক্ষা কৰ্ম্মকেন্দ্ৰিক যেতিয়া কৰ্ম্মৰ মাজেৰেই যথাৰ্থ শিক্ষা হব লাগিব। সমবায়ী শিক্ষাত কৰ্ম্ম মুখ্য হব আৰু বিষয় গৌণ হব। যদি বিষয়বোৰক মুখ্য কৰি লোৱা হয়, তেনেহলে শিক্ষা কৰ্ম্মকেন্দ্ৰিক নহৈ বৈষয়িক হৈ উঠে। অৰ্থাৎ প্ৰচলিত শিক্ষাৰ দৰে বিষয়বোৰৰ ওপৰত বিশেষ জোৰ দিয়া হয়। সেইটো হলে বুনিয়াদী শিক্ষা মূল তত্ত্বৰ পৰা আঁতৰি যাব।

## —সমন্বয়ৰ ভুল প্ৰণালী—

কেতিয়াবা কেতিয়াবা দেখা যায় যে শিক্ষাক ভুল ভাবে সমন্বয় কৰে। কৰ্ম্মৰ মাজেৰে শিক্ষা দিব লাগিব যেতিয়া শিক্ষকে

সদায় কোনো এটা কাম ধৰি বিষয়বোৰ সমন্বয় প্ৰণালীৰে শিক্ষা দিবলৈ চেষ্টা কৰে। শিক্ষকে সদায় লক্ষ্য ৰাখিব যে কৰ্ম্ম মুখ্য আৰু বিষয় গৌণ। যদি বিষয় বোৰক মুখ্য কৰি ধৰি .লাৱা হয়, তেনেহলে পাঠ্যক্ৰম অনুযায়ী পাঠ টোকা তৈয়াৰ কৰোঁতে শিক্ষকৰ সদায় বিষয়বোৰত হে লক্ষ্য থাকে। তাৰ ফলত শিল্পৰ লগত বিষয়টোৰ কোনো প্ৰসঙ্গ নাথাকিলেও শিক্ষকে প্ৰাকৃতিক আৰু সামাজিক পৰিবেশৰ সৈতে জোৰ কৰি মিলাই দিবলৈ চেষ্টা কৰে।

যেনে—কোনো এখন বৰ্গত শিক্ষকে বুৰঞ্জী শিকাব।

পাঠ্যক্ৰমত আছে আকবৰৰ কাহিনী। শিক্ষকে তেতিয়া চেষ্টা কৰে কেনেকৈ সূতাকটাৰ জৰিয়তে আকবৰৰ বিষয় শিকাব। যদি সূতাকটাৰ সৈতে আকবৰৰ কোনো প্ৰসঙ্গ নেথাকে, তেনেহলে শিক্ষকে প্ৰাকৃতিক নাইবা সামাজিক পৰিবেশৰ মাজেৰে জোৰ কৰি আকবৰৰ বিষয়ে শিকাবলৈ চেষ্টা কৰে। এইভাবে শিক্ষা দানত বিষয় মুখ্য আৰু কৰ্ম্ম গৌণ হৈ পৰিল। ইয়াক আৰু সমবায়ী শিক্ষা নকয়। সমবায়ী শিক্ষাত কৰ্ম্ম মুখ্য আৰু বিষয় গৌণ হব লাগে। শিশুৱে কোনো হস্ত শিল্পৰ কাম কৰিব আৰু সেই কাম কৰোঁতে বিষয়ৰ যি জ্ঞানৰ প্ৰসঙ্গ থাকে সকলোবোৰ শিকিব। যি কোনো জ্ঞান যি কোনো কামৰ লগত সাঙুৰি দিলে সমন্বয় কৰা নহয়। সমবায় ভুল ভাৱে কৰিলে বুনিয়াদী শিক্ষাৰ তত্ত্ব ভ্ৰষ্ট হব আৰু শিশুৰ ঠিক ৰকমে বিকাশ সাধন নহব।

আকৌ আন এজন শিক্ষকে কোনো এখন বর্গত কেইটা-মান আঙ্গুৰ হাতত লৈ সুধিলে "এইবোৰ কি?"

ছাত্র—সেইবোৰ আঙ্গুৰ।

শিক্ষক—ইয়াৰে মানুহে কি কৰে?

ছাত্র—মানুহে খায়।

শিক্ষক—আফগানিস্থানত আঙ্গুৰ হয়। তাৰ মানুহে আঙ্গুৰ খায়। আহা আজি আমি আফগানিস্থানৰ বিষয় পঢ়োঁ। এই ৰকমে সমন্বয় নহয়। ইয়াত বিষয়ৰ ফালেহে বিশেষ দৃষ্টি ৰখা হৈছে।

সেইদৰে এজন শিক্ষকে পাঠ্যক্রম অনুযায়ী পঞ্চম বর্গত গাৰো পাহাৰৰ বিষয় শিকাব। তেওঁ কপাহ এজোলা উলিয়াই ছাত্র সকলক সুধিলে—

"এইয়া কি?"

ছাত্র—এইজোলা কপাহ।

শিক্ষক—কপাহ গাৰো পাহাৰত হয়। গতিকে আজি গাৰো পাহাৰৰ বিষয়ে পঢ়া হওক। কপাহৰ জোলা দেখুৱাই সমন্বয় কৰা ভুল।

আকৌ এদিন কোনো এটা বুনিয়াদী স্কুলৰ চতুৰ্থ বর্গত শিক্ষকে যঁতৰ এটা টেবিলৰ ওপৰত ৰাখি ছাত্র সকলক সুধিলে—

"এইটো কি?"

ছাত্র—সেইটো যঁতৰ।

শিক্ষক—ইয়াৰে কি কৰে ?

ছাত্ৰ—ইয়াৰে সূতা কাটে।

শিক্ষক – সূতাৰে কি' কৰে ?

ছাত্ৰ—কাপোৰ বোৱা হয়।

শিক্ষক—মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ দিনত মানুহে কপাহৰ সূতা কাটিছিল। সেই সূতাৰে কাপোৰ বুইছিল। বাৰু, আজি আমি শঙ্কৰদেৱৰ বিষয় আলোচনা কৰোঁ। এনেকুৱা পদ্ধতিৰে সমবায়ী শিক্ষা নহয়। ই এটা ভুল প্ৰণালী। খেজুৰৰ গছ দেখুৱাই আৰব দেশৰ কথা শিকোৱা, উণৰ কাপোৰ দেখুৱাই তুন্দ্ৰাৰ কথা কোৱা, জাল দেখুৱাই মাছ পালন কৰা বিষয় শিকোৱা আদি নিয়ম একেবাৰে ভুল। এই ৰকমে শিক্ষা দিলে বিষয়ৰ ওপৰত অধিক জোৰ দিয়া হয়— কামত নহয়। এইটো সদায় মনত থাকিব লাগিব যে বুনিয়াদী শিক্ষা কামৰ জৰিয়তেহে শিক্ষা দিয়া হয়। বুনিয়াদী শিক্ষাত কৰ্ম্ম প্ৰধান বিষয় গৌণ। কামৰ মাজেৰে জ্ঞান লাভ কৰাই বুনিয়াদী শিক্ষাৰ উদ্দেশ্য।

---

## বুনিয়াদী শিক্ষাৰ

# কৰ্ত্তব্য

বিভিন্ন কামৰ মাজেৰে শিশুৰ জ্ঞান শিক্ষা দিয়া সমবায়ী শিক্ষাৰ নিয়ম। সেই কাৰণে শিক্ষকে যি কৰ্ত্ত শিকাব সেই কৰ্ত্তৰ ছাত্ৰৰ কাৰণে আঁচনি তৈয়াৰ কৰিব। যদি ছাত্ৰ বুদ্ধি-মান আৰু ডাঙৰ হয়, তেনেহলে শিক্ষকে আঁচনি কৰাত সহায়ক হব। আৰু যদি সৰু হয়, তেনেহলে ছাত্ৰৰ সহায়েৰে আঁচনি তৈয়াৰ কৰিব। এই আঁচনি তৈয়াৰ কৰিব লাগিব শিশুৰ মানসিক শাৰীৰিক আৰু আধ্যাত্মিক বিকাশৰ ফালে লক্ষ্য ৰাখি। সেই কাৰণে শিক্ষকে এনেকুৱা গ্ৰাম শিল্প ৰাখিবলৈ চেষ্টা কৰিবই যাতে শিশুৰ শাৰীৰিক বিকাশ আৰু জীৱন বৃত্তিৰ কাৰণে আদৰ্শ আৰু উপযোগী হয়। কোন গ্ৰাম শিল্পৰ কাম কৰিলে শিশুৰ ইন্দ্ৰিয়বোৰ পৰিচালিত হব। তাৰ পৰা শৰীৰ পুষ্ট হব। মানসিক বিকাশৰ কাৰণে আদৰ্শ আৰু উপযোগী কিতাপৰ স্থান ৰাখিব লাগিব। আধ্যাত্মিক শক্তিৰ বিকাশৰ কাৰণে দহৰ আৰু দেশৰ সেৱা আঁচনিৰ ভিতৰত থাকিব লাগিব। ব্যক্তি আৰু সমাজ সম্বন্ধীয় কিতাপবো আৱশ্যক হব। বিশাল প্ৰকৃতি তাৰ বৰ্ণনা, সামাজিক কাম আঁচনিত থাকিব। এই-

বোধৰ চৰ্চ্চা আৰু ক্রিয়ানুশীলনৰ দ্বাৰা শিশুৰ বিভিন্ন প্রকাৰৰ জ্ঞান উপাৰ্জ্জন হব।

বাৰ্ষিক আঁচনি, দৈনিক পাঠটোকা প্রগতিৰ পৰীক্ষা শিক্ষকৰ কাৰণে অতি আৱশ্যক। এই বিষয়ে পিছত উল্লেখ কৰা হব।

শিক্ষক শাৰীৰিক মানসিক আৰু আধ্যাত্মিক শক্তিত শক্তি-শালী হব লাগিব। সেই আদর্শেৰে শিশুৰো বিকাশ সাধন কৰিব লাগিব। শিক্ষকৰ জীৱন দৰ্শন এনেকুৱা হব লাগিব যাতে তেওঁৰ পৰা গাৱঁৰ জন সাধাৰণৰ কল্যাণ হয়। কু-সংস্কাৰ ভেদভাৱ হিংসা আদি দূৰ হয়। গাৱঁৰ বহুমুখীয়া সমস্যাৰ সমাধান বিচাৰি গাৱঁৰ জন সাধাৰণ যাতে তেওঁৰ ওচৰলৈ লৰি আহে। শিক্ষকে নঈতালিমৰূপী বিপ্লৱ লৈ গাৱঁত প্রবেশ কৰিব লাগিব। নহলে তেওঁ কৰ্ত্তব্য কামত কৃতকাৰ্য্যতা লাভ কৰিব নোৱাৰিব। যেনেকৈ মহাদেৱক পিঠিত লৈ ষাঁড়-গৰুটোৱে সকলোতে পূজা পায় সেই দৰে বুনিয়াদী শিক্ষাও নঈতালিমৰূপী বিপ্লৱক মূৰত লৈ যাব লাগিব। মহাদেৱ পিঠিত নেথাকিলে যেনেকৈ ষাঁড় গৰুটোৰ পথাৰে পথাৰে শস্য খোৱাত প্রহাৰ, গালি শপনিয়ে সাৰ হয় সেইদৰে নঈতালিমৰূপী বিপ্লৱক মূৰত লৈ যাব নোৱাৰিলে, শিক্ষকৰো অনাদৃত আৰু অৱহেলিত হোৱাত সম্ভাবনা আছে।

শিক্ষকে সদায় স্কুলত ৫ ঘণ্টা মাত্র শিশুক শিকাই ক্ষান্ত থাকিলে বুনিয়াদী শিক্ষা আগ বঢ়াই নিব নোৱাৰিব। গাৱঁতো গৈ শিশুৰ কৰ্ম্ম পন্থাৰ বিষয়ে লক্ষ্য ৰাখিব লাগিব। শিশুই

স্কুলত শিকিব এক ঘৰত কৰিব এক। সেইটো হলে শিশুৰ সৰ্ব্বাঙ্গীন উন্নতিৰ আশা কম। সেই কাৰণে সমাজ ৰচনাৰ কাৰণে শিক্ষকে নিস্বাৰ্থভাবে কাম কৰিব লাগিব। সমাজ শুধৰণ নহলে বুনিয়াদী শিক্ষা আগ বাঢ়িব নোৱাৰে। সেই কাৰণে বুনিয়াদী শিক্ষকৰ কৰ্ত্তব্য আৰু দায়িত্ব গধুৰ। এই দায়িত্ব, কৰ্ত্তব্য পালন কৰিবলৈ শিক্ষক চৰিত্ৰবান হব লাগিব। শিক্ষকে শিশু সাহিত্যও ৰচনা কৰিব লাগিব। শিশুক শিকাওঁতে যি অনুভৱ লাভ হয় তাৰ ওপৰত সুন্দৰ শিশু-সাহিত্য ৰচনা হব পাৰে। শিশু সাহিত্য ৰচনা কৰিবলৈ বিশ্ববিদ্যালয়ৰ উপাধিধাৰী হব নালাগে। লাগে মাথো চিন্তা আৰু একাগ্ৰতা।

## —বুনিয়াদী শিক্ষাত পৰীক্ষাৰ স্থান -

প্ৰচলিত শিক্ষাত যি ধৰণে পৰীক্ষা লোৱা হয় তাৰ পৰা কোনো লাভ হোৱা দেখা নাযায়। বছৰৰ শেষত যি পাঠ পঢ়া হয় তাৰ ভিতৰৰ পৰা কেইটিমান প্ৰশ্নৰ ওপৰত ছাত্ৰৰ জ্ঞান নিৰ্দ্ধাৰণ কৰা হয়। এশৰ ভিতৰত ৩৬ নং পালেই পৰীক্ষাত উত্তীৰ্ণ হোৱা বুলি ধৰি লোৱা হয়। বাকী ৬৪ নম্বৰৰ উত্তৰ দিব নোৱাৰিলেও কোনো কথা নাই। তাৰ মানে ⅓ ভাগ জ্ঞান হলেই যথেষ্ট হয়। বাকী ⅔ ভাগ নজনাকৈ থাকে যদিও কোনো হানি নই। বৰ্ত্তমান পৰীক্ষাই বিদ্যাৰ্থীৰ সম্পূৰ্ণ জ্ঞান নিবিচাৰে। অলপ হলেই হয়। কোনো এটা বস্তুৰ অংশই সম্পূৰ্ণ বস্তু হব নোৱাৰে। আমি যেনেকৈ ঘৰ বান্ধিবলৈ হলে

সম্পূৰ্ণকৈ ঘৰ বান্ধিব জনা মিস্ত্ৰীকহে কামত নিযুক্ত কৰেঁা, সেই দৰে সম্পূৰ্ণকৈ জানিলেহে পৰীক্ষাত উত্তীৰ্ণ হোৱা বুলি ধৰি লব লাগে। তাৰ পৰিণামত কোনোমতে পৰীক্ষা হলত মুখস্থ কৰি ৩৬ নম্বৰ পোৱাকৈ কোনোমতে লিখি আহিবলৈ হে ছাত্ৰৰ লক্ষ্য। ইয়াৰ দ্বাৰা ছাত্ৰৰ প্ৰগতিৰ আচল বিচাৰ নহয়। সেই হেতুকে কোনো কোনো ছাত্ৰই বেয়া উপায় অবলম্বন কৰি হলেও কোনোমতে ৩৬ নম্বৰ ৰাখিবলৈ চেষ্টা কৰে।

যদি কোনো শিক্ষকৰ বা নিৰীক্ষকৰ চকুত সেই উপায়বোৰ ধৰা পৰে, তেনেহলে ছাত্ৰই শিক্ষক বা নিৰীক্ষকক ভয় দেখুৱাই মাৰ মাৰিবলৈ উদ্যত হয়। কোতয়াবা কেতিয়াবা অস্ত্ৰৰ প্ৰয়োগ কৰিবলৈও কুণ্ঠিত নহয়। এনেকুৱা খবৰ বহুত পোৱা যায়। এই পৰিণামৰ কাৰণ হৈছে পৰীক্ষা কৰাৰ উপযুক্ত প্ৰণালী দোষযুক্ত।

বুনিয়াদী শিক্ষাত ছাত্ৰৰ পৰীক্ষা হব প্ৰতিদিন। প্ৰতিদিন ছাত্ৰৰ কাম আৰু প্ৰগতিৰ ওপৰত পৰীক্ষা হৈ থাকিব। সেইটো হলে কোনো বিদ্যাৰ্থীয়ে শিক্ষা বিষয়ত অৱহেলা কৰিব নোৱাৰিব। যদি অৱহেলা কৰে তেন্তে প্ৰগতিৰ পথত বাধা পৰিব। সেইকাৰণে ফাঁকি বা অৱহেলাৰ কথা আহিব নোৱাৰে। প্ৰচলিত শিক্ষাত গোটেই বছৰ অবাৱতে কটাই পৰীক্ষাৰ ওচৰত কেইটামান প্ৰশ্ন মুখস্থ কৰি পৰীক্ষা হলত উদ্গীৰণ কৰি আহিব পাৰিলেই হ'ল। ইয়াৰ ফলত ছাত্ৰৰ মনোপ্ৰবৃত্তি বেয়াৰ ফালেহে ঢাল খায়।

বুনিয়াদী শিক্ষাত ছাত্রৰ শাৰীৰিক, মানসিক, আধ্যাত্মিক বিকাশৰ কিমান দূৰ প্ৰগতি হৈছে, দৈনিক পৰীক্ষাৰ পৰা সেইটো ওলাই পৰিব। এইভাবে পৰীক্ষাৰ ব্যৱস্থা কৰিলে শিক্ষকে ছাত্ৰৰ সৰ্ব্বাঙ্গ উন্নতি কৰিবলৈ দিগ্‌দৰ্শন পাব। অন্যথায় পৰীক্ষাৰ কুফলৰ পৰা মুক্ত হোৱা কঠিন। এই দুষ্পৰিণামৰ পৰা ৰক্ষা কৰিবলৈ হলে পৰীক্ষা কৰা পদ্ধতি যেনে ভাবে চলি আছে তাক আঁতৰাব লাগিব। দৈনিক কাম আৰু প্ৰগতিৰ ওপৰত শিশুৰ পৰীক্ষা হব লাগিব। বুনিয়াদী স্কুলত যদি গতানুগতিক হিচাবে পৰীক্ষা লোৱাৰ নিয়মহে হৈ থাকে তেনেহলে বুনিয়াদী শিক্ষাৰ বিৰোধিতা কৰা হব।

## বুনিয়াদী শিক্ষাত পৰিদৰ্শনৰ স্থান

পৰিদৰ্শন:—বৰ্ত্তমান যিদৰে পৰিদৰ্শন কৰা হয় তাৰ পৰা বিশেষ কোনো লাভ নহয় বৰং অনিষ্টহে হয়। পৰিদৰ্শক শিক্ষকৰ মনত সেইদিন হয় আনন্দৰ নহয় আতঙ্কৰ বুলি প্ৰতি প্ৰশ্ন হয়। কিয়নো পৰিদৰ্শকে যদি পৰিদৰ্শকৰ বহীত শিক্ষকৰ বিষয়ে ভাল লিখি আহে তেনেহলে সেইটো শিক্ষকৰ মনত আনন্দ আৰু গৌৰবৰ বিষয়। যদি বেয়া লিখা হয় তেনেহলে শিক্ষক আতঙ্কিত হয়। কাৰণ পৰিদৰ্শকৰ পৰিদৰ্শনৰ ওপৰত শিক্ষকৰ ভাল বেয়া গুণৰহে বিচাৰ হয়। ছাত্ৰক কেইটিমান প্ৰশ্ন পৰীক্ষা কৰি তাৰপৰা কোনো ছাত্ৰৰ কিবা উপকাৰত আহিব পাৰে জানো? পৰিদৰ্শকৰ কৰ্ত্তব্য হব—কেনেকৈ গাৱঁৰ ল’ৰা-ছোৱালী শিক্ষিত হয়, কেনেকৈ

সিহঁতৰ উন্নতি বিধান হয়। কেনেকৈ সিহঁত প্ৰকৃত নাগৰিক হৈ দহৰ আৰু দেশৰ কল্যাণ সাধন কৰিব পাৰে। সেইটো কৰিব লগা হলে প্ৰচলিত পৰিদৰ্শন কৰা প্ৰণালীৰ পৰিবৰ্ত্তন কৰিব লাগিব।

পৰিদৰ্শকে গাৱঁৰ স্কুল পৰিদৰ্শন কৰিবলৈ হলে আগাগোৰা সকলো বিষয় পৰিদৰ্শন কৰিব লাগিব। স্কুল ঘৰ, কম্পাউণ্ড, চাফাই, শিল্প, বিষয়বোৰৰ জ্ঞান সমাজ-সেৱা, ছাত্ৰৰ প্ৰগতিৰ আদি সকলোবোৰ নিৰীক্ষণ আৰু পৰিদৰ্শন কৰা উচিত। পৰি-দৰ্শন ঠিক ৰকমে কৰিব লগা হলে গাৱঁত থাকি স্কুল আৰম্ভৰ পৰাই পৰিদৰ্শন কৰিব লাগিব। স্কুলৰ সৰ্ব্বাঙ্গীন উন্নতি নিৰ্ভৰ কৰে শিক্ষক, ছাত্ৰ, অভিভাৱক আৰু পৰিদৰ্শকৰ মিলিত চেষ্টাত। সেই কাৰণে এটা অঙ্ক, কেইটিমান ভূগোলৰ প্ৰশ্ন, শ্ৰুতলিপি শিকোৱা আৰু ইতিহাসৰ কেইটিমান প্ৰশ্ন সোধোঁতেই কোনো উপকাৰ নহয়। পৰিদৰ্শনৰ সুফল তেতিয়াহে পোৱা হব, যেতিয়া অভিভাৱক, পৰিদৰ্শক, শিক্ষক আৰু ছাত্ৰ সকলো মিলি স্কুলৰ উন্নতিৰ হকে আলোচনা কৰি—আৰু সেই অনুসাৰে কামত ব্ৰতী হব।

অৱশ্যে এজন পৰিদৰ্শকৰ তলত বহু স্কুল থাকিলে এই ভাৱে পৰিদৰ্শন কৰা কঠিন। তদুপৰি কোনো গাৱঁৰ স্কুল এনেকুৱা সঙ্কীৰ্ণ ঠাইত আছে যে পৰিদৰ্শকৰ পক্ষে যাতায়তৰ সুবিধা নাই। সেই কাৰণে এজন পৰিদৰ্শকৰ তলত যিমানবোৰ স্কুল আছে সকলোবোৰত সমানে পৰিদৰ্শন কৰি সুচাৰুৰূপে কাম

আদায় কৰাত ব্যাঘাত জন্মে। ইয়াৰ সুমীমাংসা কৰিব লাগিলে অধিক সংখ্যক পৰিদৰ্শকৰ ব্যৱস্থা কৰিব লাগিব। পৰিদৰ্শন সাময়িক আৰু আকস্মিক দুই প্ৰকাৰ হয়।

---

# আঁচনি তৈয়াৰী

যি কোনো কাম কৰাৰ আগতেই আঁচনি তৈয়াৰ কৰিব লাগে। যি আঁচনি কৰা হব ঠিক সেই অনুসাৰে কাম কৰা উচিত। কাম চলি থকা অৱস্থাতে সময়ে সময়ে কামৰ প্ৰগতিৰ সিংহাৱলোকন হব লাগে। কাম শেষ হলে প্ৰাপ্ত অনুভৱৰ ওপৰত নোট লিখা আৱশ্যক। গতিকে প্ৰত্যেক কামৰ চাৰি প্ৰকাৰ দৃষ্টিকোণ থাকিব :

১। আঁচনি।

২। কামৰ ক্ৰিয়া।

৩। প্ৰগতিৰ সিংহাৱলোকন।

৪। প্ৰাপ্ত অনুভৱৰ নোট লিখা।

প্ৰথমতে প্ৰত্যেক বৰ্গৰ কাৰণে বাৰ্ষিক আঁচনি তৈয়াৰ কৰিব লাগিব। ঋতু অনুসাৰে সেই আঁচনি চাৰিটা ভাগত ভাগ কৰিব। তাৰ পাচত মাহত ভাগ কৰিব। শেষত সপ্তাহত ভাগ কৰিব। যি যি ব্যাৱহাৰিক কামত শিশুৰ শাৰীৰিক মানসিক আৰু আধ্যাত্মিক বিকাশ হব পাৰে সেই বিষয়ে আঁচনি তৈয়াৰ কৰা সময়ত লক্ষ্য থাকিব লাগিব।

ধৰি লোৱা যাওক প্ৰথম আৰু দ্বিতীয় বৰ্গৰ কাৰণে আঁচনি

তৈয়াৰ কৰিব লাগে। প্ৰথম আৰু দ্বিতীয় বৰ্গৰ শিশুৰ বয়স যথাক্ৰমে ৭ বছৰ আৰু ৮ বছৰ হব। গোটেই বছৰত যিমান খিনি শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক বিকাশ হব লাগে সকলোবোৰ আয়ত্ব হব লাগিব। যেনে—বাগিচাৰ কাম, কটাইৰ কাম, নিজৰ শৰীৰ পৰিষ্কাৰ কৰি ৰাখিবলৈ অভ্যাস কৰা, পৰিষ্কাৰ পৰিচ্ছন্নতাৰ মোল বুজা, হাত, ভৰি, নখ, দাঁত সদায় পৰিষ্কাৰ কৰা, বৰ্গত পোন হৈ বহা, গুৰু জনক প্ৰণাম কৰা, সৰু সৰু কবিতা গাব পৰা, সৰু সৰু কাহিনী কব পৰা, মনোযোগেৰে নিজৰ কাম কৰা, পৰৰ বস্তু নোসোধাকৈ নোলোৱা, পশু, পক্ষী, চন্দ্ৰ, সূৰ্য্য, তৰা, তৰু, লতা, তৃণ; ৰামধেনু, মেঘ, বৰ্ষাকাল আদি নিৰীক্ষণ কৰা আৰু বুজিবলৈ চেষ্টা কৰা ইত্যাদি।

দ্বিতীয় বছৰত আঁচনি তৈয়াৰ কৰা সময়ত প্ৰথম বৰ্গৰ প্ৰগতিৰ আধাৰত আঁচনি তৈয়াৰ কৰিব লাগিব অৰ্থাৎ প্ৰথম বৰ্গৰ আঁচনি অনুসাৰে কাম কৰোঁতে যি যি বিষয়ত কঠিনতা আহিছিল সেই সেই বিষয়ৰ কঠিনতা দূৰ কৰিবলৈ কি কি উপায় অৱলম্বন কৰিব লাগিব, কোনো নতুন কথা হাতত ললে তাক সমাধা কৰিবলৈ কি আৱশ্যকীয় কাম কৰিব লাগিব সেই বিষয়ে মনোযোগ ৰাখি দ্বিতীয় বছৰৰ আঁচনি তৈয়াৰ কৰিব। আৰু এটা বিশেষ কথা এই যে আঁচনি তৈয়াৰ কৰোঁতে শিক্ষক আৰু ছাত্ৰই মিলিত ভাবে আঁচনি তৈয়াৰ কৰিব। যি কোনো কাম শিশুৰ বোজা স্বৰূপ হলে শিক্ষকে তাক আঁচনিত স্থান দিয়া উচিত নহয়। কাম বোজা স্বৰূপ হলে শিশুৰ শিক্ষা বোজা স্বৰূপ হয়। সেই কাৰণে

আঁচনি শিশুৰ ৰায় অনুসাৰে হলে সুবিধা হয়। সকলো কাম শিশুৰ সাপেক্ষ হব লাগিব। যি কাম কৰিলে শিশুৱে আনন্দ পায়, জ্ঞানো বৃদ্ধি হয়, সেই কামৰ দ্বাৰাহে শিশুৰ প্ৰগতি হব। যেনে :— ৰ'দত যদি প্ৰথম বৰ্গ বা দ্বিতীয় বৰ্গৰ শিশুক কোদাল মাৰিব দিয়া হয়, তাৰ পৰা শিশুৰ কোনো উন্নতি নহব বৰং স্বাস্থ্যৰ হানিহে হব।

কোনো এটা কাম আৰম্ভ কৰাৰ আগতে বছৰৰ ভিতৰত কৰিব লগা আৱশ্যকীয় ব্যাৱহাৰিক কামৰ সূচী তৈয়াৰ কৰিব লাগিব। আৰু সেই ব্যাৱহাৰিক কামবোৰ পূৰ্ণ কৰিবৰ কাৰণে উপযোগী কিতাপৰ সহায় লব লাগিব। কামৰ পৰা সহজতে পোৱা জ্ঞান সমবায়ী জ্ঞান হব আৰু সি শিশুক জীৱনৰ প্ৰতি পদক্ষেপত আগবঢ়াই নিবলৈ সহায়ক হব।

ক্ৰিয়াশীলন দুই প্ৰকাৰৰ—মুখ্য আৰু সহায়ক। যেনে :— কৰিব খেতি। ভাল গুটি সংগ্ৰহ কৰা আৰু সাৰ থকা মাটি বাচি লোৱা। মাটি ভাল ৰকমে চাহ কৰা। গুটিবোৰ প্ৰথমে সিঁচা। চাৰি পতীয়া হলে তাৰ পৰা তুলি নি চাহ কৰা মাটিত ৰোৱা। দুদিনৰ কাৰণে সূৰ্য্যৰ প্ৰখৰ তাপ যাতে ৰোৱা পুলি-বোৰৰ ওপৰত পৰিবলৈ নোৱাৰে তাৰ কাৰণে কলগছৰ বাকলিৰে ঢাকনি দিয়া, দুয়ো বেলা পানী দিয়া, পোকে ধৰিলে পোকবোৰ গুচাই দিয়া, গুৰিবোৰ খুঁচৰি দিয়া, গুৰিত বন গজিলে গুচাই দিয়া, উপযুক্ত সময়ত তুলি অনা। ভোজনৰ কাৰণে ৰন্ধা আৰু বজাৰত বেচা ইত্যাদি।

## ক্রিয়াশীলন আৰু সমবায়ী বিষয়

কৰ্ম্মৰ দ্বাৰা জ্ঞানাৰ্জ্জন কৰাই হৈছে সমবায়ী শিক্ষা। সমবায়ী শিক্ষাত জ্ঞানৰ স্রোত কৰ্ম্মত আৰু জ্ঞান কৰ্ম্মৰ সহায়ক। সেই কাৰণে পাঠ্যক্রমত দিয়া ক্রিয়াশীলনৰ বহুত সূচী তৈয়াৰ কৰিব লাগিব। কোনো বৰ্গত বাৰ্ষিক আঁচনি তৈয়াৰ কৰোঁতে ১০ বা ১৫ টা মুখ্য ক্রিয়াশীলন হব আৰু ১৫০ বা ২০০ টা সহায়ক ক্রিয়াশীলন হব। ক্রিয়াশীলনৰ পৰা যিবোৰ জ্ঞান লাভ হব তাৰো সূচী তৈয়াৰ কৰিব লাগে। ইয়াৰ দ্বাৰা কেতিয়া কোন ক্রিয়াৰ পৰা কি জ্ঞান লাভ হয় সেই বিষয়ে নিৰ্দ্ধাৰণ হব। তলত সেই বিষয়ে সঙ্কেত দিয়া হ'ল :-

### বৰ্গঃ—প্ৰথম আৰু দ্বিতীয়।

মুখ্য ক্রিয়াশীলন :—

(১) শুদ্ধ আৰু সুন্দৰ ভাবে জীৱন যাপন কৰা।

(২) আকস্মিক ঘটনাৰ প্ৰাথমিক চিকিৎসা।

(৩) বাগিচা।

(৪) সূতা কটা।

(৫) প্ৰকৃতি নিৰীক্ষণ।

(৬) সামাজিক কাম।

### সহায়ক ক্রিয়াশীলন :—

[১] শুদ্ধ আৰু সুন্দৰ ভাবে জীৱন যাপন কৰা।

১। পুৱাই উঠা।

২। ঈশ্বৰৰ প্ৰাৰ্থনা কৰা।

৩। পায়খানাত শৌচ কৰা।

৪। পায়খানা কৰি মাটি দিয়া।

৫। পানী ব্যৱহাৰ কৰা।

৬। পাযখানালৈ যোৱা ঘটী পৰিষ্কাৰ কৰা।

৭। হাত, ভৰি, মুখ আদি ধোৱা।

৮। দাঁত পৰিষ্কাৰ কৰা—তাৰ নিয়ম।

৯। থু পেলোৱা ঠাইৰ ব্যৱহাৰ।

১০। নাক পৰিষ্কাৰ কৰাৰ নিয়ম।

১১। মূৰ ধোৱা।

১২। স্নান কৰা আৰু তাৰ নিয়ম।

১৩। কাপোৰ ধোৱা।

১৪। কাপোৰ ধোৱাৰ উপায়।

১৫। কাপোৰ শুকুৱা আৰু সজাই থোৱা।

১৬। বিচনা পৰিষ্কাৰ কৰা।

১৭। বিশুদ্ধ পানী ব্যৱহাৰ কৰা।

১৮। পানী বিশুদ্ধ কৰাৰ নিয়ম।

১৯। ভোজন কৰাৰ আগতে হাত মুখ ধোৱা।

২০। আসনত বহা।

২১। শান্তিৰে ভোজন কৰা।

২২। খোৱাৰ পিচত ভাল ৰকমে হাত, মুখ ধোৱা।

২৩। পৰিষ্কাৰ পাত্ৰত খাদ্য থোৱা।

২৪। খোৱা বস্তুৰ ওপৰত মাখি আদি পৰিব নিদিয়া।

২৫। ভোজনৰ স্থান পৰিষ্কাৰ কৰা।

২৬। আৱশ্যক অনুযায়ী পানী খোৱা।

২৭। মুক্ত বতাহত শোৱা।

২৮। কোঠালিত জুই জ্বলাই শয়ন নকৰা।

২৯। নাকেৰে নিশ্বাস প্ৰশ্বাস লোৱা।

৩০ উপযুক্ত সময়ত শয়ন কৰা।

## [২] আকস্মিক ঘটনাৰ চিকিৎসা

১। ঘৰ, স্কুল, আৰু গাৱঁত বেমাৰ হলে সেৱা সম্বন্ধীয় সৰু সৰু কাম কৰা।

২। দুৰ্ঘটনা সময়ত চিকিৎসা সম্বন্ধীয় সৰু সৰু কাম কৰা।

৩। বিপদত পৰা মানুহক শক্তি অনুযায়ী সহায় কৰা।

## [৩] বাগিচা

১। সৰু সৰু আহিলা ব্যৱহাৰ কৰা।

২। মাটি তৈয়াৰ কৰা।

৩। গুটি সিঁচা।

৪। গজালিবোৰৰ তত্ত্বাৱধান লোৱা।

৫। সাৰ দিয়া।

৬। পানী দিয়া।

৭। নিৰোৱা।

৮। পোক গুচোৱা।

৯। শাক-পাচলি তোলা।

# সূতা কটা

[১] ১। কপাহ লোৱা ।

২। কপাহ চাফ কৰা ।

৩। কপাহৰ গুটি গুচোৱা ।

৪। হাত নেওঠনীৰে কপাহ ধুনা ।

৫। তুনাই কৰা ।

৬। পাঁজি তৈয়াৰ কৰা ।

৭। টাকুৰীৰে সূতা কটা ।

৮। আসনত বহি সূতা কটা ।

৯। ছুডলীয়া সূটা কতা ।

১০। প্ৰতিদিন ২ ঘণ্টালৈ সূতা কটা

১১। ৮।১০ নম্বৰৰ সূতা কটা ।

১২। ৬০% সমানতাৰ সূতা কটা ।

১৩। ৬০% দৃঢ়তা সূতা কটা ।

১৪। ৬% কৈ বেচি অপচয় নোহোৱা।

১৫। টাকুৰী উঘাত সূতা মেৰিওৱা।

## [২] প্ৰকৃতি নিৰীক্ষণ

১। জোন, বেলি, তৰা, মেঘ আদি ভাল দৰে জনা।

২। তৰু, লতা, তৃণ আদি চিনা।

৩। ওচৰত থকা পশু, পক্ষী, পোক, পৰুৱা চিনা।

## ৩] সামাজিক কাম

১। নাগৰিক হোৱাৰ সাধানৰ নিয়মৰ অভ্যাস।

২। ডাঙৰক নমস্কাৰ কৰা।

৩। মাজতে কথা নোকোৱা।

৪। দুজনৰ মাজেৰে অতিক্ৰম নকৰা।

৫। নিজৰ পাল নপৰালৈ অপেক্ষা কৰা।

৬। চিঞৰি কথা নোকোৱা।

৭। অন্যৰ ৰাস্তা বন্ধ নকৰা।

৮। অন্যৰ লিখা সময়ত জুমি নোচোৱা।

৯। নোকোৱাকৈ অন্যৰ বস্তু নিনিয়া।

১০। পিতৃ মাতৃক সহায় কৰা।

১১। গুৰুজনক নমস্কাৰ কৰা।

১২। আগন্তুকক অভিবাদন কৰা।

১৩। সমাজত ঠিক ৰকমে শান্তিৰে বহা।

১৪। জনতাৰ ভিতৰত ঠেলাঠেলি নকৰা।

১৫। অতিথিক শুশ্রূষা কৰা।

১৬। বিপদগ্ৰস্তক শক্তি অনুযায়ী সহায় কৰা।

১৭। সদায় সঁচা কথা কোৱা।

১৮। য'তে ত'তে শৌচ প্ৰস্ৰাৱ নকৰা।

১৯। সক সক ভাই-ভনীক মৰম কৰা।

২০। নিজৰ কাম নিজে কৰা।

২১। চাফাই কাম কৰা।

২২। প্ৰতিদিন প্ৰাৰ্থনা কৰা।

২৩। নিৰ্ভয়ে কথা কোৱা।

২৪। অপৰৰ দুখ পোৱা কাম নকৰা।

২৫। খাদ্য বিলাই পিচত খোৱা।

ওপৰত দিয়া সকলোবোৰ কাম প্ৰকৃতি, শিল্প আৰু সমাজৰ আধাৰত শিশুই শিক্ষা লাভ কৰিব। সেইবোৰ কাম কৰি কৰি সিহঁতৰ মাতৃ-ভাষা, গণিত, সমাজ বিজ্ঞান, সাধাৰণ বিজ্ঞান, চিত্ৰকলা আদিৰ বিষয়ে জ্ঞান লাভ হব।

## [৪] মাতৃভাষা

ছাত্ৰক উপযুক্ত ভাবে মাতৃভাষা শিক্ষা দিয়া সকলো শিক্ষাৰ ভিত্তি। প্ৰথমতে শিশুৰ আত্মভাব প্ৰকাশ হব লাগিব। মাতৃভাষাৰ মাজেৰেই শিশুই তাৰ গৌৰৱময় অতীতৰ পৰিচয় পাব। আঠ বছৰৰ পিছত তলত লিখা দৰে শিশুৰ যোগ্যতা অৰ্জ্জন হোৱা আৱশ্যক।

সৰু সৰু প্ৰশ্ন সুধি শিশুৰ পৰা শুদ্ধ আৰু স্পষ্ট ভাষাৰ উত্তৰ আদায় কৰিবলৈ চেষ্টা কৰিব ।

যেনে—

১। তোমাৰ ঘৰ ক'ত ?

২। তোমাৰ নাম কি ?

৩। নিতৌ কিয় গা ধুব লাগে ?

৪। কাপোৰ কিয় পৰিষ্কাৰ হব লাগে ?

৫। পুৱাই কিয় উঠিব লাগে ?

৬। প্ৰাৰ্থনা কেতিয়া কৰিব লাগে ?

৭। ভোজন কেতিয়া কৰিব লাগে ?

৮। কোন মাহত কি কি শাক-পাচলি হয় ?

৯। কপাহ পৰিষ্কাৰ নহলে কি অসুবিধা হয় ?

১০। সূতা কিয় ছিগে ?

১১। টাকুৰী ঘূৰাওঁতে কিয় ছাই ব্যৱহাৰ কৰিব লাগে ?

১২। ঘৰচীয়া জন্তু কি কি ?

১৩। আমাৰ ঘৰৰ ওচৰত কি কি চৰাই দেখোঁ ?

১৪। দিক নিৰ্ণয় কেনেকৈ কৰিব পাৰি ?

১৫। ৰামধেনুৰ ৰং কেই প্ৰকাৰ ?

১৬। বাগিচাত কেই প্ৰকাৰ ফুল আছে ?

১৭। মিলি জুলি কিয় কাম কৰিব লাগে ?

১৮। সভাত কেনেকৈ বহিব লাগে ।

১৯। নিজ গাৱঁত কি কি খেতি হয় ?

ওপৰত দিয়া প্ৰশ্নবোৰৰ উত্তৰ শিশু সকলে স্পষ্টভাৱে দিবলৈ সক্ষম হ'ব লাগিব। নিজৰ ভাষাত ৰচনাও কৰিব। শিশু সভাত সেইবোৰৰ বিষয় আলোচনা আৰু নাট্যাভিনয় কৰিব।

## [৫] কবিতা

বাল্যাৱস্থাত স্মৃতিশক্তি প্ৰখৰ হয়। গতিকে নীতিজ্ঞান থকা সৰু সৰু পদ্য মুখস্থ কৰাব পৰা যায়—প্ৰাৰ্থনা, ভজন, বৰগীত, প্ৰভাতী, লোক গীত, জাতীয় সঙ্গীত আদি। সেই কাৰণে মাতা পিতা শিক্ষকে নিজে গাই শিশুক গাবলৈ উৎসাহিত কৰিব। ইয়াৰ ফলত শিশুৱে কম দিনৰ ভিতৰত সহজ সৰল পদবোৰ কণ্ঠস্থ কৰিব।

## [৬] শব্দজ্ঞান

ওপৰত দিয়া ক্ৰিয়াশীলনৰ আধাৰত শিশুই নিম্নলিখিত শব্দবোৰ শিকিব। ঘৰ, গাওঁ হাত, ভৰি, চকু, কাণ, নাক, মুখ, মূৰ, ধুতি, কামিজ, গেঞ্জি, জোতা, পেণ্ট, পানী, বাল্টি, গৰম, ঠাণ্ডা, কোদাল, দা, খন্তি, কপাহ, টাকুৰী, বাঢ়নী, প্ৰণাম, নমস্কাৰ, সেৱা, মাতা, পিতা, ভাই, ভনী, মামা, মামী, পেহা, পেহী, খুড়া, খুড়ী, জেঠা, জেঠী, মাটি, খেতি, নাঙল, যুঁৱলী, মৈ, গুটি, বিধান, ধান, মৰাপাট, সৰিয়হ।

চন্দ্ৰ; সূৰ্য্য, তৰা, আকাশ, ডাৱৰ, ৰামধেনু, দিন-ৰাতি, পোহৰ, অন্ধকাৰ, ধ্ৰুৱতৰা, সপ্তৰ্ষি মণ্ডল, পূব, পশ্চিম, দক্ষিণ, উত্তৰ, পূৰ্ণিমা, অমাবস্যা।

হাঁহ, পাৰ, গৰু, ছাগলী, মেকুৰী, কুকুৰ, কাউৰী আৰু আন আন শব্দ। ভোগালী বিহু, কাঙ্গালী বিহু, হোলি, মহাপুৰুষৰ তিথি, ওপৰৰ ক্রিয়াশীলনৰ আধাৰত শিশুই সহজতে জ্ঞান লাভ কৰিব পাৰিব। শিশুক বাস্তৱত অহা সকলো শব্দ শিক্ষকে মনোযোগেৰে শিকালে শিশুৰ শব্দ জ্ঞান যথেষ্ট ৰকমে হব।

## [৭] লিখন

উপৰোক্ত সকলো শব্দ শিশুই শিকিব আৰু লিখিব। কিন্তু শব্দবোৰ পৃথক পৃথক ভাৱে নিশিকাই বাক্য আৰু কথোপকথনৰ প্রসঙ্গত ৰচনাৰ ৰূপত শিকিবলৈ অভ্যাস কৰাব। যদি শিশুই কোনো শব্দ লিখোঁতে ভুল কৰে তেনেহলে তাক বাৰ বাৰ লিখা অভ্যাস কৰাব। যেনে—

১। তোমাৰ ঘৰ।

২। আমাৰ স্কুল।

৩। ৰামৰ গাওঁ।

৪। মধুৰ পিতা।

৫। মোহনৰ কিতাপ।

৬। যদুৰ গৰু।

৭। গোপালৰ ভাই!

৮। বেলি কোন ফালে উঠে?

৯। জোন কিয় টুটে আৰু বাঢ়ে!

১০। ৰামধেনুৰ ৰং কিমান ?

১১। টাকুৰীৰে সূতা কাটে।

১২। কুলি চৰাইব মাত।

১৩। কৰিব খেতি।

১৪। হোলিৰ আনন্দ।

১৫। সৰলাৰ কলম।

১৬। শিশু সভাৰ কাম।

ইয়াৰ বাহিৰেও দৈনিক প্ৰগতিৰ বহীত দৈনিক কামৰ বৰ্ণনা আৰু মাহিলি প্ৰগতিত মাহৰ কামৰ বৰ্ণনা আৰু বাৰ্ষিক প্ৰগতিৰ বহীত গোটেই বছৰৰ কামৰ বৰ্ণনা লিখাবলৈ চেষ্টা কৰিব।

## [৮] পঠন

প্ৰথম আৰু দ্বিতীয় বৰ্গৰ শিশুৱে সৰু সৰু কিতাপ অধ্যয়ন কৰিব। প্ৰচলিত শিক্ষা প্ৰণালীত কোনো এখন কিতাপকে বাৰে বাৰে পঢ়োৱা হয়, তাৰ বাহিৰে আৰু যোৱা নহয়—সেই কিতাপত ঋতু অনুযায়ী প্ৰবন্ধ বা ৰচনা হয় বা নহয়—বাস্তৱৰ কথা হওক বা নহওক। ইয়াৰ পৰা শিশুৰ কোনো উপকাৰ নহয়। শিশুক এখন কিতাপত সীমাবদ্ধ ৰখাটো সমীচীন নহয়। বুনিয়াদী শিক্ষাত যাতে ইয়াৰ পুনৰাবৃত্তি নহয় তাৰ বাবে সজাগ হোৱা উচিত। সেই কাৰণে স্কুলত লাইব্ৰেৰী থকা আৱশ্যক আৰু তাত এনে কিতাপ ৰখাৰ ব্যৱস্থা থাকিব লাগে যাতে কিতাপবোৰ শিশুৰ ভাষাত লিখা হয়। শব্দ সৰল হয়,

# বছৰেকীয়া আঁচনি

কোনো কাম কৰাৰ আগতে কামৰ আঁচনি তৈয়াৰ কৰা অত্যন্ত আৱশ্যক। নহলে কাম ঠিক মতে পৰিচালিত কৰা কঠিন হৈ পৰে। আঁচনি তৈয়াৰ কৰি সেই অনুসাৰে কাম কৰিলে কাম সমাধাত সুবিধা হয় আৰু কামৰ প্ৰগতিৰ মাৰ্গ-দৰ্শন হয়। সেই কাৰণে শিক্ষকৰ কামৰ বছৰেকীয়া আঁচনি তৈয়াৰ কৰা প্ৰধান কৰ্ত্তব্য। আঁচনি তৈয়াৰ কৰোঁতে নিম্ন লিখিত কথা বোৰৰ প্ৰতি লক্ষ্য ৰাখিব আৰু সেই বোৰ কথা আপোনা আপুনি কামত আহি পৰে—

১। গোটেই বছৰত কিমান কাম কৰা হব।

২। গোটেই বছৰৰ ভিতৰত কিমান দিন কাম কৰা হব।

৩। মুঠ ক্ৰিয়াশীলন কিমান হব।

৪। কোন ক্ৰিয়াশীলনত কিমান সময় লাগিব।

৫ কোন ব্যৱহাৰীৰ কিমান বস্তুৰ আৱশ্যক হব।

৬। কোন কামত কিমান খৰচ হব।

৭। কোন কামত কিমান বস্তুৰ আমদানি হব।

৮। কোন কামৰ কাৰণে কিমান সময় উপযুক্ত হব।

বিচাৰ স্পষ্ট হয়, চিত্ৰৰ সমাবেশ থাকে আৰু মনোবিজ্ঞানৰ দৃষ্টিত লিখা হয়। যেনে—

১। নীল আকাশ।
২। আমাৰ দেশৰ শিশু।
৩। দেশ বিদেশৰ শিশুৰ কাহিনী।
৪ জ্ঞান বিজ্ঞানৰ কথা।
৫। বিভিন্ন প্ৰকাৰ খেতি।
৬। টাকুৰীৰ কথা।
৭। পশু পক্ষীৰ গল্প।
৮। সূতা কটাৰ কাহিনী।
৯। সৰল কবিতা আবৃত্তি।
১০। ৰামায়ণ মহাভাৰতৰ কথা।
১১। অন্যান্য বীৰ শিশুৰ কাহিনী।
১২। বাপুজীৰ কথা।

ইয়াৰ বাহিৰেও "সৰল শিশু আলোচনী", স্কুলৰ পৰা ওলোৱা আলোচনী আৰু শিশুৰ উপযোগী অন্যান্য কিতাপ পঢ়িব লাগে।

## [৯] নাটক অভিনয়

অইনক অনুকৰণ কৰা শিশুৰ স্বাভাৱিক প্ৰবৃত্তি। শিশুৱে সহজে অপৰক অনুকৰণ কৰিব পাৰে। কোনো ভাওনা বা অভিনয় দেখিলে শিশুই সেই ভাওনা বা অভিনয়ৰ বীৰৰ অনুকৃতি কৰিবলৈ চেষ্টা কৰে। সেই কাৰণে শিক্ষকে আৰম্ভণৰ পৰাই

অভিনয় কৰিবলৈ অভ্যাস কৰাব। এটা কথা--শিশুই সদায় প্ৰথমতে পিতৃ-মাতৃৰ অনুকৰণ কৰে। দ্বিতীয়তে শিক্ষকক অনুকৰণ কৰে। যদি শিশুৰ আগত বেয়া আদৰ্শ ডাঙি ধৰা হয়, তেনেহলে শিশু সৎ মাৰ্গ এৰি বেয়া আদৰ্শৰ চিকাৰ হয়। সেই কাৰণে পিতা-মাতা, শিক্ষকে সদায় সাৱধান হোৱা উচিত, যাতে শিশুৰ আগত কুৎসিত ভাব-ভঙ্গী, বেয়া আচাৰ-নীতি প্ৰকাশ নকৰে। অভিনয় আৰু অনুকৃতিৰ কাৰণে মহাপুৰুষৰ জীৱনী, উপদেশমূলক কাহিনী, কৰ্ম্ম-সঙ্গীত, নানা ৰকম নীতিজ্ঞানপূৰ্ণ গীত, চৰাই-চিৰিকতিৰ মাত, যন্ত্ৰৰ শব্দৰো স্থান ৰাখিব পৰা যায়।

## [১০] গণিত

যি কাম কৰিব তাৰ আধাৰত নিম্নলিখিত গণিতৰ প্ৰশ্ন স্বাভাবিকতে আহিব পাৰে :--

১। গণনা।

২। বছৰ, মাহ, সপ্তাহ, দিন, ঘণ্টা, মিনিত, চেকেণ্ড

৩। গুণ্ডী, পট্টি, তাৰ।

৪। টকা. অনা, পাই।

৫। মোণ, সেৰ, ছটাক, তোলা।

৬। গজ, ফুট, ইঞ্চি।

৭। যোগ, বিয়োগ, পূৰণ, হৰণ!

৮। মাইল, ফাৰ্লং, গজ, হাত।

৯। কিনা, বেচাৰ হিচাব।

১০। ঠাইৰ জোখ।

৯। কোনো কাম পূর্ণ কৰিবলৈ কিমান জ্ঞানৰ আৱশ্যক হব ।

১০। কোনো বিশিষ্ট জ্ঞানৰ কাৰণে কি কি কিতাপৰ আৱশ্যক হব ।

১১। কি কামত কোন কোন মানুহৰ সহায়তা আৱশ্যক হব ।

১২। কাম কৰা সময়ত কি কি কথাৰ ওপৰত সাৱধানতা অৱলম্বন কৰিব লাগিব ।

[উদাহৰণ স্বৰূপে তৃতীয় বৰ্গৰ কামৰ বছৰেকীয়া আঁচনি তলত দিয়া হল ]

## তৃতীয় বৰ্গৰ কাৰণে বাৰ্ষিক আঁচনিৰ নমুনা

১। শিশুৰ গড় হিচাবে বয়স ৯ বছৰ

২। বৰ্গত শিশুৰ সংখ্যা ৩০

৩। সময়ৰ বিবৰণ

(ক) বছৰৰ ভিতৰত কাৰ্য্য দিন ২৫৫ দিন

(খ) মুঠ ঘণ্টা ২৫৫ × ৫½ — ১৪০২½

৪। কাম আৰু সময়ৰ ভাগ

(ক) শিল্প কাম ৩৯৭½ ঘণ্টা

(খ) সামাজিক কাম ২৬৫,

(গ) প্ৰকৃতি পৰ্য্যবেক্ষণ ৬০,

(ঘ) সমবাযী জ্ঞান ৭০,

(ঙ) আকস্মিক বিবিধজ্ঞান ৩৫½,

## ১। ওপৰত লিখা কামৰ বিস্তৃত বিৱৰণ

"সূতা কটা"

(ক) কপাহ তোলা।
(খ) কপাহ পৰিষ্কাৰ কৰা
(গ) হাত নেওঠনীৰে কপাহ নেওঠা
(ঘ) তুলাই কৰা—চন্দিওৱা বাহৰ ছুৰী
(ঙ) ধুনাই—হাত ধনুৰে
(চ) কটাই—টাকুৰী আৰু বি-মান চৰ্খাৰে

## কামৰ নিয়ম

(ক) গতি—ঘণ্টাত ১৫০ টাঁৰ
(খ) নম্বৰ—১০ ৰ পৰা ১২ লৈ
(গ) দৃঢ়তা—৬০%
(ঘ) সমানতা—৭০%
(ঙ) তুনাই—এক ঘণ্টাত ১½ তোলা
(চ) ধুনাই—এক ঘণ্টাত ৩ তোলা
(ছ) টাকুৰীৰে—৫ গুণ্ডী বা নেছা
(জ) চৰ্খাৰে—৪৫, বা নেছা

## বাগিচাৰ কাম

১। বাগিচাৰ মাটি ঠিক কৰা
২। মাটি জোখা

৩। গুটি সিঁচা
৪। বীজ ক্ষেত্র তৈয়াৰ কৰা
৫। গুটিৰ পৰা গছ পুলি বোৰ আন ঠাইত ৰোৱা
৬। পুলি কেনেকৈ তুলি আনিব লাগে
৭। পুলিৰ মাজত কিমান ফাঁক থাকিব লাগে
৮। কেনেকৈ রুব লাগে
৯। কেতিয়া পানী দিব লাগে
১০। ৰ'দৰ পৰা পুলি বোৰ কেনেকৈ ৰক্ষা কৰিব লাগে
১১। বন গুচোৱা
১২। বাগিচাৰ ঘাঁহ বন চিনা
১৩। সাৰ দিয়া
১৪। সাৰৰ গাঁতৰ যত্ন লোৱা
১৫। পোক গুচোৱা
১৬। শস্য আহৰণ কৰা
১৭। বজাৰত বিক্ৰী কৰা আৰু তাৰ হিচাব ৰখা

## সামাজিক কাম

১। পাৰিলে নিজৰ আৰু শিশুৰ ওজনৰ হিচাব ৰখা
২। বিশুদ্ধ পানীৰ ব্যৱস্থা কৰা
৩। আশ-পাশৰ ঠাই পৰিষ্কাৰ কৰা
৪। নৰ্দ্দমা পৰিষ্কাৰ কৰা
৫। পায়খানা আৰু প্ৰস্ৰাবঘৰ পৰিষ্কাৰ কৰা

৬। ভোজনালয় পৰিষ্কাৰ কৰা

৭। গোহালি পৰিষ্কাৰ কৰা

৮। গাওঁ চাফাই-কামৰ কাৰণে ডাঙৰৰ লগত সহযোগ কৰা

৯। সাৰ তৈয়াৰ কৰা

১০। নিজৰ পিন্ধা কাপোৰ পৰিষ্কাৰ কৰা .

১১। পৰিষ্কাৰ কৰাৰ নিয়ম পালন কৰা

১২। শিশু মেলত যোগ দিয়া (কবিতা, কাহিনী পাঠ ইত্যাদি)

১৩। ভ্রমণ – কীৰ্ত্তন ঘৰ, যাদুঘৰ, তীৰ্থস্থান, ঐতিহাসিক ঘটনা বহুল স্থান আৰু আন আন দৰ্শনীয় স্থান।

## —উৎসৱ আৰু জয়ন্তীৰ আয়োজন—

১৪। বিহু—কাঙ্গালী, ভোগালী আৰু ৰঙালী।

দোলযাত্রা।

মহাপুৰুষ সকলৰ তিথি।

বিজয়া দশমী।

দীপালী।

পূজা।

ৰাম নৱমী।

ঈদ্।

মহৰম।

গান্ধী জয়ন্তী।

ৰাষ্ট্রীয় সপ্তাহ।

সৰ্ব্বোদয় পক্ষ ।

স্বাধীনতা দিন ।

বন মহোৎসৱ ।

আলোচনা ।

১৫। সমাচাৰ পত্ৰৰ পৰা খবৰ আহৰণ ।

১৬। খেল, ধেমালি আৰু কুচ-কাৱাজৰ আয়োজন, আসন, ড্ৰিল, হুচুগুচু খেলা, দোলনত উঠা ইত্যাদি ।

## প্ৰকৃতি পৰ্য্যবেক্ষণ

চন্দ্ৰ সূৰ্য্য, দিন ৰাতি, গ্ৰীষ্ম শীত, আন্ধাৰ, পোহৰ, কীট পতঙ্গ, পশু পক্ষী আৰু তৰু লতা তৃণ নানা তৰহৰ খেতি, ভূমিকম্প, তুফান, বান পানী ইত্যাদি ।

## আকস্মিক বিবিধ কাম

১। সমজুৱা কামত সহায় কৰা ।

২। স্কুলত হোৱা সভাসমিতিত যথা শক্তি সহায় কৰা ।

৩। বন ভোজ আদিত যোগ দিয়া আৰু নিজৰ কৰ্ত্তব্য কাম কৰা ।

## সমাজ বিজ্ঞান

সমাজ বিজ্ঞানৰ ভিতৰত চাৰিটা বিষয় আছে—

১। বুৰঞ্জী

২। ভূগোল

৩। সমাজ সম্বন্ধীয় কথা

৪। অৰ্থশাস্ত্ৰ

১। বুৰঞ্জী শিক্ষা দিওঁতে নিম্নলিখিত বিষয়বোৰৰ জ্ঞান হোৱা আৱশ্যক।

১। মানবৰ ক্ৰমোন্নতি সম্বন্ধে সাধাৰণজ্ঞান।

২। ভাৰতৰ অগ্ৰগতিৰ কাহিনী।

৩। জন্মভূমিৰ প্ৰতি প্ৰীতি, দেশৰ অতীতৰ প্ৰতি শ্ৰদ্ধা আৰু ভবিষ্যত গৌৰবৰ আশা পোষণ কৰা।

৪। গাওঁ, জিলা, দেশ. বিদেশৰ কথা।

৫। নাগৰিকৰ দায়িত্ব আৰু কৰ্ত্তব্যবোধ।

৬। মানুহৰ সদ্‌বৃত্তি বোৰৰ বিকাশ সাধন।

৭। জগতৰ সকলো ধৰ্ম্মৰ প্ৰতি ভক্তি।

৮। বৰ্ত্তমান কালৰ ঘটনাৰ সম্বন্ধে জ্ঞান ইত্যাদি।

ওপৰত লিখা কথাবোৰৰ ব্যাৱহাৰিক কাম পাঠ্যক্ৰমত দিয়া বৰ্গৰ অনুযায়ী হব। যেনে—প্ৰথম আৰু দ্বিতীয় বৰ্গৰ কাৰণে ইতিহাসৰ জ্ঞান :—

১। গাৱঁৰ সৰল ইতিহাস।

২। গাৱঁৰ জন সাধাৰণ আৰু কাম।

৩। পৰ্ব্ব উৎসৱ।

৪। গাৱঁৰ ওচৰত থকা প্ৰাচীন ঐতিহাসিক স্থানৰ সাধাৰণ জ্ঞান।

৫। পৰস্পৰে সহায়, মৰম, সদ্‌ভাব স্থাপন কৰা, মহাপুৰুষ সকলৰ জীৱন কাহিনী।

৬। ৰাষ্ট্ৰীয় নেতাসকলৰ বিষয়ে চৰ্চ্চা।

৭। ডাঙৰৰ প্ৰতি শ্ৰদ্ধা আৰু সৰুৰ প্ৰতি স্নেহ।

৮। বৰ্ত্তমান দেশ-বিদেশৰ খবৰ জনা আদি বিষয়ৰ জ্ঞান শিশুৱে সহজে আয়ত্ব কৰি লব পাৰে।

২। ভূগোলৰ জ্ঞান—

১। দিক নিৰ্ণয় কৰিব পৰা।

২। ঋতু পৰিবৰ্ত্তনৰ সাধাৰণ জ্ঞান।

৩। মেঘ, কুঁৱলী, শীত, নিয়ঁৰ আদিৰ জ্ঞান।

৪। গাওঁ, মহকুমা, জিলা সম্বন্ধে জ্ঞান আৰু মেপ আঁকা।

৫। অন্য দেশৰ শিশুৰ কাহিনী যেনে :—

[ক] এস্কিমো জাতিৰ বালকৰ কাহিনী।

[খ] মৰুভূমিত বাস কৰা বালকৰ কাহিনী।

[গ] জঙ্ঘলত বাস কৰা বালকৰ কাহিনী।

৬। নদী, গিৰি, বাগিচা, খেতি, পশু, পক্ষী, কীট, পতঙ্গ আদিৰ জ্ঞান।

৭। স্থানীয় হাট বজাৰ সম্বন্ধে জ্ঞান।

৮। আমদানি ও ৰপ্তানি বস্তুৰ জ্ঞান।

এই বিষয়ে শিক্ষকে সদায় শিশুৰ অন্তৰত ভৌগোলিক দৃষ্টি-কোণ উৎপন্ন কৰিব, যাতে ভৌগোলিক পৰিবেশন সম্বন্ধে জানিবলৈ আগ্ৰহান্বিত হয়। কেবল গতানুগতিক হিচাবে নদী, পৰ্ব্বত, উৎপন্ন বস্তু, বিখ্যাত ঠাই আদি সম্বন্ধে মুখস্থ ক'ৰলে তাৰ পৰা কোনো ফল নহয়।

## সাধাৰণ বিজ্ঞান

উদ্দেশ্য :— ১। ল'ৰা-ছোৱালীৰ মাজত বৈজ্ঞানিক মনোভাৱ গঢ়ি তোলা।

২। প্ৰাকৃতিক পৰিবেশন, দৈনন্দিন জীৱন আৰু নৈসৰ্গিক ঘটনাৱলীৰ বিষয়ে সজাগ কৌতুহল সৃষ্টি কৰা।

৩। সূক্ষ্ম পৰ্য্যবেক্ষণ শক্তিৰ বিকাশ পৰীক্ষা আৰু গবেষণা কৰিবলৈ অভ্যাস গঠন।

৪। বিজ্ঞানৰ শক্তিক মানুহৰ কল্যাণৰ কাৰণে নিয়োগ কৰা বিষয়ে জ্ঞান।

৫। বিখ্যাত বৈজ্ঞানিক সকলৰ জীৱনৰ প্ৰধান ঘটনাৰ লগত পৰিচয়।

বৰ্গ অনুযায়ী প্ৰথম আৰু দ্বিতীয় বৰ্গৰ কাৰণে আগতে উল্লেখ কৰা ব্যৱহাৰিক কামৰ আধাৰত নিম্নলিখিত সমবায়ী জ্ঞান দিব পাৰা যায়।

১। শৰীৰ পৰিষ্কাৰ কৰা।
২। কাপোৰ পৰিষ্কাৰ কৰা।
৩। বিশুদ্ধ পানী ব্যৱহাৰ।
৪। নিয়মিত আহাৰ আৰু বিশ্ৰাম।
৫। নিৰ্ম্মল বতাহ।
৬। সচৰাচৰ দেখা পশু পক্ষীৰে সৈতে পৰিচয়।
৭। কীট পতঙ্গ আদিৰ জ্ঞান।

৮। দিক নির্ণয় কৰিব পৰা জ্ঞান
৯। জোন বেলিৰ সাধাৰণ জ্ঞান।
১০। ৰামধেনু।
১১। স্থানীয় ফচলৰ জ্ঞান।
১২। নদী আৰু মাটিৰ জ্ঞান।

## চিত্ৰকলা

১। পৰিচিত পদাৰ্থৰ চিত্ৰ আঁকা। যেনে-- পেঞ্চিল, দোৱাত, কিতাপ আদি।
২। স্কুলৰ বাগিচাৰ গছৰ পাত আৰু ফলৰ চিত্ৰ আঁকা।
৩। টাকুৰী, টাকুৰী উঘা, খন্তি, কোৰ আদিৰ চিত্ৰ আঁকা।
৪। নিজ বৰ্গৰ কোঠালি আৰু তাৰ ভিতৰত থকা অন্যান্য বস্তুৰ চিত্ৰ আঁকা।

## সমবায়ী বিষয়

ওপৰত দিয়া ক্ৰিয়াশীলনৰ আধাৰত নিম্নলিখিত জ্ঞান লাভ হোৱা স্বাভাৱিক।

১। মাতৃভাষা

শিশু সভা
সংস্কৃতি সভা
জয়ন্তী
উৎসৱ

কাঁতি কথোপকথন আদিত আত্মভাব প্ৰকাশ কৰা। তলত দিয়া বিষয় বোৰত শিশুৱে নিজৰ বিচাৰ প্ৰকাশ কৰিব।

১। বাগিচা; কটাইত প্ৰগতি কৰা বিষয়ে বৰ্ণনা কৰা।

২। নিজৰ গাওঁ সম্বন্ধীয় খবৰ শুনোৱা।

৩। নিজৰ কাঁহ ব্যৱস্থা কৰা সম্বন্ধে নিজৰ মত প্ৰকাশ কৰা।

৪। খেল-ধেমালিত নিজৰ ৰায় দিয়া।

৫। পৰিচিত খবৰ শুনোৱা।

৬। ভিন্ন ভিন্ন সাংস্কৃতিক কাৰ্য্যক্ৰমত নিজৰ বিচাৰ ৰখা; যেনে—

(ক) আমাৰ দেশ।

(খ) জাতীয় পতাকা।

(গ) বাপুজীৰ জীৱনী।

(ঘ) ৰামৰ কথা।

(ঙ) কৃষ্ণৰ কথা।

(চ) বুদ্ধৰ কথা।

(ছ) মহাবীৰৰ কথা।

(জ) জয়মতীৰ কথা।

(ঝ) মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ।

(ঞ) মহাপুৰুষ শ্ৰীশ্ৰীমাধবদেৱ।

(ট) ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰপ্ৰসাদ।

(ঠ) জৱাহৰলাল।

(ড) তুলসীদাসৰ কথা।

(ঢ) ৺গোপীনাথ বৰদলৈ।

(ণ) বিলাহী বেঙেনাৰ খেতি।

(ত) ভাল টাকুৰী চিনা।

(থ) ভাল পাঁজি চিনা।

২। মাতৃভাষা লিখন :—

(ক) আঁচনি তৈয়াৰ কৰা।

(খ) প্ৰগতি লিখা।

(গ) ডায়েৰী লিখা।

(ঘ) নিৰীক্ষণৰ ৰিপৰ্ট লিখা।

(ঙ) খবৰৰ সংগ্ৰহ।

(চ) স্কুলৰ আলোচনীত প্ৰবন্ধ দিয়া।

(ছ) শ্ৰুতলিপি লিখা।

(জ) সহজ চিঠি লিখা।

যেনে :—

১। আমাৰ খেতি।

২। গৰু।

৩। টাকুৰী।

৪। স্কুল।

৫। উৎসৱ।

৬। টাকুৰী।

৩। মাতৃভাষা পঢ়ন :—

১। খেতিৰ কাহিনী।
২। বৰ্ষাকাল।
৩। আমাৰ গাওঁ।
৪। ৰঙালী বিহু।
৫। দোল-যাত্ৰা।
৬। বুদ্ধদেৱ।
৭। অন্য দেশৰ বালকৰ কাহিনী।
৮। বৰগীত।
৯। মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেব।
১০। ফুলৰ বাগিচা, খেতি।
১১। ৰামায়ণৰ সাধু।
১২। মহাভাৰতৰ সাধু।
১৩। জাতীয় পতাকা।
১৪। ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰপ্ৰসাদ।
১৫। শিশুৰ বাপুজী।
১৬। শিশু ভজনাৱলী।
১৭। সৰল কবিতা।

৪। মাতৃভাষা ব্যাকৰণ :—

বিশেষ্য, বিশেষণ, সৰ্ব্বনাম ইত্যাদি

৫। গণিত

১। কঠিন ধৰণৰ যোগ-বিয়োগ, সহজ পূৰণ-হৰণ।

২। দহৰ ভাগলৈ পূৰণৰ নেওতা।

৩। টকা, ওজন আৰু জোখৰ লঘুকৰণ।

৪। ঐকিক নিয়ম।

৫। অঙ্ক সম্বন্ধীয় সঁজুলিৰ ব্যৱহাৰ।

যেনে :—স্কেল।

আয়তক্ষেত্ৰ, বৰ্গক্ষেত্ৰ, ত্ৰিভুজ আৰু বৃত্ত।

---

# সমাজ বিজ্ঞান

## (তৃতীয়বৰ্গৰ পাঠ্যক্ৰম অনুযায়ী)

১। কাম, গল্প আৰু ব্যাৱহাৰিক কামৰ মাজেৰে প্ৰাচীন ভাৰতীয় জীৱন সম্বন্ধে জনা।

(ক) ডেৰিয়াচৰ দৰবাৰত ভাৰতীয় চিকিৎসকৰ গল্প।

(খ) বুদ্ধৰ কাহিনী।

(গ) আলেকজেণ্ডাৰৰ কাহিনী।

(ঘ) মেগেস্থেনিছৰ কাহিনী।

(ঙ) অশোকৰ কাহিনী।

(চ) বৰ্ম্মা, চিলন, যাভা আদি ঠাইত বৌদ্ধধৰ্ম্ম প্ৰচাৰক সকলৰ কাহিনী।

(ছ) কণিষ্কৰ কাহিনী।

(জ) সমুদ্ৰগুপ্তৰ কাহিনী।

(ঝ) বিক্ৰমাদিত্য আৰু তেওঁৰ দৰবাৰৰ কাহিনী।

(ঞ) হিউৱেনচাঙৰ কাহিনী।

(ট) ভাস্কৰবৰ্ম্মাৰ কাহিনী।

(ঠ) নালন্দা নাইবা তক্ষশীলা বিশ্ববিদ্যালয়ৰ ছাত্ৰৰ কাহিনী।

( ড ) দ্বিতীয় পুলকেশীৰ কাহিনী।

( ঢ ) দ্বিতীয় ৰাজেন্দ্ৰচোল দেৱৰ কাহিনী।

**ব্যৱহাৰিক কামঃ—**

১। ওপৰত উল্লেখ কৰা গল্প কিছুমান নাটকত অভিনয় কৰা।

২। মাটিৰে অশোকস্তম্ভ সজা।

৩। পুতলা আৰু চিত্ৰ আদিৰে বিক্ৰমাদিত্যৰ দৰবাৰৰ প্ৰদৰ্শন

## নিম্ন লিখিত গল্পৰ মাজেৰে দূৰ দেশৰ মানুহৰ জীৱন সম্বন্ধে জনা।

১। বৃটনৰ গাৱঁলীয়া শিশুৰ কাহিনী।

২। নিউইয়ৰ্কৰ শিশুৰ কাহিনী।

৩। নৰওৱেৰ শিশুৰ কাহিনী।

৪। ৰুচিয়াৰ কালেক্টিভ্ ফাৰ্মৰ শিশুৰ কাহিনী।

ভিন্ন ভিন্ন দেশৰ মানুহৰ জীৱনৰ অৱস্থাৰ লগত শিশু সকলক পৰিচিত কৰাই এই কাহিনীবোৰ দিয়াৰ উদ্দেশ্য।

**৩। (ক) ভূমণ্ডলৰ অধ্যয়ন—**

যাতে ঘটনাচক্ৰত প্ৰকাশ হয় যে, পৃথিবী ঘূৰণীয়া। ই ঘূৰি থাকে। ই সূৰ্য্যৰ চাৰিওফালে ঘূৰে। তাৰ ফলত দিন ৰাতি আৰু ঋতু পৰিবৰ্ত্তন হয়। প্ৰধান প্ৰধান ঠাই আৰু পানী ভাগৰ সম্বন্ধেও শিক্ষা দিব।

(খ) জিলাৰ অধ্যয়ন—(সম্ভৱ হলে শিক্ষকৰ তত্ত্বাৱধানত জিলা ভ্ৰমণ] ইয়াৰ প্ৰাকৃতিক গঠন, জলবায়ু, শস্য, যাতায়াতৰ উপায়, ধৰ্ম্মস্থান, ঐতিহাসিক স্তম্ভ আদি।

ব্যক্তিগত নিৰীক্ষণ, মনোৰঞ্জক স্থান নিৰীক্ষণ, সাধাৰণ বিৱৰণ লিখা। স্থানীয় শিল্পীৰ সৈতে সংযোগ স্থাপন কৰা। বৰ্গৰ কোঠালি, পঢ়াশালি, কম্পাউণ্ড আদিৰ নক্সা আঁকিবলৈ এই বৰ্গৰ শিশু সমৰ্থবান হব লাগিব।

৩। নাগৰীক জীৱন শিক্ষা গাৱঁলীয়া সম্বন্ধে অধ্যয়ন

ক। গাওঁ আৰু তাৰ শাসন, গাৱঁলীয়া কৰ্ম্মচাৰী, গাৱঁলীয়া পঞ্চায়ত আৰু তাৰ কাম।

খ। গাওঁৰ সুযোগ সুবিধা—হাট-বজাৰ, চিকিৎসালয়, পোষ্ট অফিচ, বিদ্যালয়ৰ খেল-মাটি, গৰু-ম'হ যোৱাৰ আলি-পদূলি, ওচৰত ৰেল ষ্টেচন।

গ। গাৱঁলীয়া জীৱনৰ দুখ কষ্টবোৰ।

ব্যাৱহাৰিক কাম:—

ক। বিদ্যালয়ৰ গাৱঁলীয়া পঞ্চায়তৰ আহিৰে পঞ্চায়ত গঠন।

খ। সমাজ-সেৱক দল গঠন।

১। ৰাস্তা আৰু কুঁৱাৰ পৰিষ্কাৰ পৰিচ্ছন্নতা আৰু ৰক্ষণাবেক্ষণ।

২। ধ্বংসকাৰী প্ৰাণীৰ পৰা শস্য ৰক্ষা কৰা।

৩। শিশু আৰু গাৱঁৰ বয়সিয়াল লোকৰ কাৰণে আমোদ-উৎসৱ আৰু খেলাৰ বন্দোবস্ত কৰা।

৪। জাতীয় আৰু ঋতু সম্বন্ধীয় উৎসৱত অংশ গ্ৰহণ কৰা।

৫। দেৱাল-পত্ৰিকা, জাননী আদি তৈয়াৰ কৰা।

৬। গাওঁৰ মেলা আৰু উৎসৱ আদিত স্বেচ্ছাসেৱক কাম কৰা।

---

# সামান্য বিজ্ঞান

## সূতা কটা, ভোজন, সমাজ, প্ৰকৃতি

১। কপাহৰ শত্ৰু—বৰষুণ, নিগনি, পোক-পৰুৱা।
২। সূতা কটাৰ ওপৰত বেয়া যঁতৰৰ প্ৰভাব।
৩। টাকুৰী গধুৰ হলে টাকুৰীৰ গতি কম হোৱা।
৪। স্প্ৰিঙৰ আৱশ্যকতা বুজা।
৫। যঁতৰৰ শলা-কাঠী পোন হোৱা।
৬। যঁতৰৰ মূলচক্ৰ আৰু গতিচক্ৰৰ কাম বুজা।
৭। যঁতৰত তেল ব্যৱহাৰ কৰা।
৮। সূতা কাটোঁতে ক'লা কাপোৰ ব্যৱহাৰ কৰা।

### কৃষি সম্বন্ধীয়—

১। মাটি সমতল কৰা, ভাল গুটি চিনা, গুটি সিঁচা
২। সমান আঁতৰত পুলি ৰোৱা।
৩। ঘাঁহ, বন গুচাই দিয়া।
৪। পানী দিয়া।
৫। সাৰ দিয়া প্ৰণালী বুজা।

৬। খেতিৰ অনিষ্টকাৰী প্ৰাণী সম্বন্ধে জ্ঞান; যেনে— পোক-পকৰা, জন্তু, চৰাই ইত্যাদি।

### সমাজ সম্বন্ধীয়—

১। নিজৰ শৰীৰৰ অঙ্গ প্ৰত্যঙ্গ পৰিষ্কাৰ কৰি ৰখা।

২। নিতৌ নিয়মিত ভাৱে স্নান কৰা।

৩। শৰীৰৰ ওপৰত মুক্ত বতাহৰ প্ৰভাৱ সম্বন্ধে জনা।

৪। বিশুদ্ধ পানী আৰু ময়লা পানীৰ প্ৰভাৱ।

৫। খোৱা-লোৱাৰ সাধাৰণ নীতি-নিয়ম সম্বন্ধে জ্ঞান লাভ কৰা।

### প্ৰকৃতি সম্বন্ধীয়—

১। বসন্ত, গ্ৰীষ্ম আদি ঋতু সম্বন্ধে জ্ঞান লাভ কৰা।

২। দিন-ৰাতি সৰু ডাঙৰ হোৱা।

৩। ভোজন আৰু কাপোৰৰ ওপৰত বায়ুৰ প্ৰভাৱ।

৪। ৰাতি চন্দ্ৰ দেখা আৰু মুখ্য তৰাবোৰ চিনা।

৫। দিনত তৰা নেদেখাৰ কাৰণ জনা।

৬। মেঘ সম্বন্ধে জ্ঞান।

### চিত্ৰকলা—

১। শিল্প সম্বন্ধীয় আহিলা-পাতিৰ চিত্ৰ আঁকা।

২। সমাজ সম্বন্ধীয় দেখা বস্তুৰ ৰঙেৰে ছবি আঁকা।

৩। প্ৰকৃতি সম্বন্ধীয় বিভিন্ন প্ৰকাৰ ফুল ফলৰ ছবি আঁকা।

সঙ্গীত—

সমবেত গান গাবলৈ অভ্যাস কৰিব। কিন্তু বয়সৰ উপযোগী হব লাগিব।

কীৰ্ত্তন, ভজন, জাতীয়-সঙ্গীত আদিও অভ্যাস কৰিব। ভৰিত তাল ৰখা। সৰল নাচৰ তাল। কোনো মৌলিক হাতৰ অঙ্গি-ভঙ্গি। সঙ্গীতৰ পৰিবেশৰ অৱদান বুজিবলৈ পৰা।

পৰিচিত শব্দ; যেনে—চৰাইৰ চীঁচিয়নি, বতাহৰ ছন্‌ছন্‌। বৰষুণৰ তাপাত-তুপুত।

গানৰ মনোভাৱ বুজিব পৰা:-বিলম্বিত গতি আৰু দ্ৰুতগতি। আনন্দ আৰু দুখ।

সৃজনাত্মক অভিব্যক্তি—পৰিচিত গল্প, কবিতা, ছবি বা ঘটনা বুজাবৰ কাৰণে উপযুক্ত গান বাছি লোৱা।

---

# পাঠ টোকা লিখা প্ৰণালী

কোনো বিষয় শিকাওঁতে শিক্ষকে সদায় পূৰ্ব্বতে তৈয়াৰ হৈ যাব লাগে। গতিকে শিক্ষকৰ কাৰণে পাঠ টোকা লিখা অত্যন্ত আৱশ্যক। গুৰিয়াল বিহীন নাওঁৰ অৱস্থা যেনেকুৱা পাঠ টোকা বিহীন শিক্ষাও তদ্ৰূপ। পাঠ টোকা লিখাৰ সময়ত শিক্ষকে সদায় তলত দিয়া কথা বোৰলৈ লক্ষ্য ৰাখিব।

১। স্থান, বৰ্গ, তিথি, সময় আদিৰ বিৱৰণ :—

২। সময়ৰ বিৱৰণ।

৩। ব্যৱহাৰিক কামৰ বিৱৰণ।

৪। সমবায়ী বিষয়ৰ বিবৰণ।

৫। নিয়মৰ বিৱৰণ।

সময় বিৱৰণৰ ঠাইত ব্যৱহাৰিক কামবোৰত যথা নিয়মে সময় ভগাই দিব লাগিব। প্ৰত্যেক ব্যৱহাৰিক কাম বিস্তৃত ভাৱে বৰ্ণনা কৰিব লাগিব। তাৰ পিছত সহজ ভাবে অহা জ্ঞানৰ প্ৰসঙ্গ উল্লেখ কৰিব লাগিব।

শিক্ষকে আৰু নোট কৰিব যে, নিৰ্দ্দিষ্ট সময়ৰ ভিতৰত হোৱা কামবোৰ সমাধা কি প্ৰকাৰে হ'ল আৰু তাৰ জ্ঞান

কোন প্ৰসঙ্গত কিমান দূৰ হ'ল। সৰ্ব্বশেষত কথোপকথনৰ দ্বাৰা সম্পূৰ্ণ পাঠৰ সিংহাবলোকন কৰিব, আৱশ্যক হলে ঘৰত কৰা কামৰো উল্লেখ কৰিব পাৰিব।

পাঠ টোকা আগ দিনা কৰি অহা কামৰ প্ৰগতিৰ ওপৰত নিৰ্ভৰ কৰিব আৰু সাপ্তাহিক আঁচনিৰ ক্ৰমানুসাৰে কৰিব লাগিব।

আচলতে বুনিয়াদী স্কুলৰ দৈনিক কাম ২৪ ঘণ্টাৰ হব লাগিব। কিন্তু যদিও দহ বজাৰ পৰা ৩॥ বজালৈহে স্কুলৰে'ৰৰ কাম হয়, তথাপি পাঠ টোকাৰ ৰূপৰেখা হব ২৪ ঘণ্টাৰ।

যেনে :—

১। ৪॥ বজাত বিছনা ত্যাগ।

২। শৌচ কৰা।

৩। চাফাই কৰা।

৪। স্নান কৰা।

৫। প্ৰাৰ্থনা কৰা। পিচত জলপান খোৱা।

৬। শাৰীৰিক শ্ৰম কৰা।

৭। ভোজন কৰা।

৮। বিশ্ৰাম লোৱা।

৯। বিভিন্ন সমবায়ী বিষয়ৰ অধ্যয়ন কৰা।

১০। অধ্যয়নৰ শেষত হাত মুখ ধুই জলপান খোৱা।

১১। বাগিচাৰ কাম বা খেল-ধেমালি কৰা।

১২। সাংস্কৃতিক সভাত যোগ দান দিয়া।

১৩। অধ্যয়ন কৰা।

১৪। ৰাত্ৰিৰ ভোজন কৰা।

১৫। শয়ন।

ওপৰত উল্লেখিত কামবোৰ পাঠ টোকাত ৰাখিব লাগিব। পাঠ টোকা লিখাৰ আদৰ্শ।

যেনে—

ঠাইৰ নাম—তুধনৈ

তাৰিখ—৫।৪।৫৫

স্কুলৰ নাম—তুধনৈ অনুশীলন স্কুল

বৰ্গৰ নাম—দ্বিতীয় বৰ্গ

শিক্ষকৰ নাম— .........

**ঘৰত কৰা কাম**—পুৱাই উঠা, শৌচ কৰা, চাফাই কৰা, প্ৰাৰ্থনা কৰা, শাৰীৰিক শ্ৰম কৰা, ভোজন কৰা, বিশ্ৰাম লৈ স্কুললৈ অহা। খেল-ধেমালি, গধূলিৰ প্ৰাৰ্থনা, অধ্যযন, ৰাত্ৰিৰ ভোজন আৰু শয়ন।

ঘৰত কৰা কামৰ মাজেৰেও শিক্ষকে বিষয়বোৰক সমন্বয় কৰিব পাৰে।

১০ বজাৰ পৰা ১০।।—চাফাইৰ কাম।

যেনে---বৰ্গৰ কোঠালি, বাৰাণ্ডা, কম্পাউণ্ড ইত্যাদি।

১০--৪৫ বজাৰ পৰা ১২।। লৈ শিল্পৰ কাম।

যেনে—কপাহ পৰিষ্কাৰ কৰা, চৰ্কিওৱা আৰু বাঁহৰ ধনুৰে ধুনা, পাঁজি তৈয়াৰ কৰা।

## সূতা কটা আদি—

১২॥ বজাৰ পৰা ১ বজালৈ  শিল্প সম্বন্ধীয় খাতা-পত্র লিখা কাম।

১ বজাৰ পৰা ১--৪০ লৈ  মাতৃভাষা [ শব্দ জ্ঞান ], চন্দিওৱা সমাজ, গ্রাম, গাৱঁলীয়া, কপাহ, পৰিষ্কাৰ, জনসাধাৰণ, বস্ত্র, সূত্রযজ্ঞ ইত্যাদি। এই শব্দবোৰ বাক্যৰ মাজেৰে শিকোৱা হব আৰু গাৱঁৰ বিষয়ে সাধাৰণ জ্ঞান দিয়া হব।

১—৪০ বজাৰ পৰা ২-২০ লৈ  গণিত [ অমিশ্র বিয়োগ ], আটাইবোৰ ছাত্রৰ সূতা যোগ কৰা হব। যোগ কৰি দেখা গ'ল মুঠ ৫০৪ টাঁৰ সূতা কটা হল। এক নেছা সূতা হবলৈ আৰু কিমান টাঁৰ সূতা লাগিব।

যেনে—৬৪০ টাঁৰত এক নেছা। সূতা কটা হ'ল ৫০৪ টাঁৰ।

৬৪০
৫০৪

১৩৬ টাৰ

২--২০ বজাৰ পৰা ৩ বজালৈ--

**সমাজ বিজ্ঞান**--সূতা কটা কামৰ মাজেৰে নিম্নলিখিত প্রশ্নবোৰৰ বিষয়ে আলোচনা কৰা হব।

১। নিজৰ গাৱঁৰ মানুহে কি কি কাম কৰে ?

২। গাৱঁৰ মানুহে সূতা কাটেনে ?

৩। গাৱঁত কপাহৰ গছ আছেনে ?

৪। গাৱঁৰ মানুহে কি কি খেতি কৰে ?

৫। কাপোৰ নহ'লে মানুহৰ কি অসুবিধা হয় ?

৬। আগেয়ে মানুহে কিহৰ কাপোৰ পিন্ধিছিল ?

**সাধাৰন বিজ্ঞান**—(৪০ মিনিট)—কপাহ গছ কেনেকুৱা ঠাইত হয় ? কপাহৰ শত্রু কি কি ? সূতা কিয় বাবে বাৰে ছিগে ? ভাল সূতা কাটিবলৈ কি কৰিব লাগে ? বেয়া বতৰ হলে কিয় ধুনা কাম কৰা বেয়া ?

**চিত্রকলা**—(৩০ মিনিট)—টাকুৰী, টাকুৰী উঘা ইত্যাদি।

[ পিৰিয়দৰ সময় সুবিধা অনুযায়ী কৰিব । ]



## ১। বিদ্যালয়ৰ দৈনিক কাৰ্য্যক্ৰম [সাধাৰণ]

| | বিষয় | সময় |
|---|---|---|
| ১। | চাফাই— | ১০—১০-৩০ মিঃ লৈ। |
| ২। | প্ৰাৰ্থনা— | ১০-৩০—১০-৪৫ মিঃ লৈ। |
| ৩। | উদ্যোগ— | ১০-৪৫—১২-৩০ মিঃ লৈ। |
| | জিৰণি— | ১২-৩০—১ বজা লৈ। |
| ৪। | সমন্বয় পাঠ দান— | ১— ৩· বজা লৈ। |
| ৫। | খেল-ধেমালি— | ৩— ৩-৩০ মিঃ লৈ |

মুঠ সময়—৬-৩০ ঘণ্টা

*বিঃ দ্রঃ*—এই আঁচনি মতে পুৰা বিদ্যালয় বহিলেও সময়ৰ নিৰ্দ্দিষ্ট খিনি ৰাখিব লাগিব।

## ২। বৰ্গ অনুযায়ী সাপ্তাহিক কাৰ্য্যক্ৰম

## বিষয় জ্ঞান

### ৫ম আৰু ৪ৰ্থ বৰ্গ

| | বিষয় | দৈনিক সময় | সোঃ | মঃ | বু | বৃঃ | শুঃ | শঃ | মন্ত |
|---|---|---|---|---|---|---|---|---|---|
| ১ | মাতৃভাষা | ৫০মিঃ | × | × | × | × | × | ০ | |
| ২ | সমাজবিজ্ঞান | ৫০মিঃ | × | × | ০ | × | × | × | |
| ৩ | সাধাৰণজ্ঞান | ৩০মিঃ | × | × | × | × | × | ০ | |
| ৪ | গণিত | ৪০মিঃ | × | × | × | ০ | × | ০ | |
| ৫ | চিত্ৰকলা | ৩০মিঃ | × | × | ০ | × | × | ০ | |
| ৬ | কৃষি, বাগিচাৰ কাম | ৩০মিঃ | × | ০ | × | × | × | × | |
| ৭ | হিন্দী | ২০মিঃ | ০ | × | ০ | × | × | × | |
| ৮ | বয়ন, খেল-ধেমালি | ৩০মিঃ | ০ | × | × | ০ | × | × | |

মুঠ ৭ ঘণ্টা

বিঃ দ্ৰঃ—৪ৰ্থ বৰ্গত হিন্দী আৰু বয়ন নাই। × চিনে বিষয় শিক্ষা দান বুজাইছে। ০ চিনে নথকা বুজাইছে। যিদিনা নাথাকিব সেই দিনাখন সঙ্গীত চৰ্চ্চা কৰা কাম হব।

৩য় বৰ্গৰ

| | বিষয় | দৈনিক সময় | সোঃ | মঃ | বুঃ | বৃঃ | শুঃ | শঃ | মন্তব্য |
|---|---|---|---|---|---|---|---|---|---|
| ১। | মাতৃভাষা | ১ঘঃ | + | + | + | + | + | + | |
| ২। | গণিত | ৪০মিঃ | + | + | + | + | + | + | |
| ৩। | সমাজবিজ্ঞান | ৩০মিঃ | + | ০ | + | + | + | ০ | |
| ৪। | সাধাৰণজ্ঞান | ৪০মিঃ | + | + | + | + | + | + | |
| ৫। | চিত্রকলা | ৩০মিঃ | + | + | ০ | + | + | ০ | |
| ৬। | কৃষি, বাগিচাৰ কাম | ৩০মিঃ | + | + | + | + | + | ০ | |
| ৭। | খেল-ধেমালি | ৩০মিঃ | + | + | + | + | + | + | |

মুঠ ৪ঘঃ ২০ মিঃ

[ ০ চিনথকা কেইদিন নৃত্য-সঙ্গীত শিক্ষা দান ]

\+ সমাজবিজ্ঞান বুলিলে ভূগোল, বুৰঞ্জী আৰু সাধাৰণ বিজ্ঞান বুজায়।

## ২য় বৰ্গ আৰু ১ম বৰ্গ

| | বিষয় | দৈনিক সময় | সোঃ | মঃ | বুঃ | বৃঃ | শুঃ | শঃ | মন্তব্য |
|---|---|---|---|---|---|---|---|---|---|
| ১। | মাতৃভাষা | ৪০মিঃ | × | × | × | × | × | × | |
| ২। | গণিত | ৩০মিঃ | × | × | × | × | × | ॰ | |
| ৩। | চিত্ৰকলা | ২০মিঃ | × | ॰ | × | × | ॰ | × | |
| ৪। | সাধাৰণজ্ঞান | ৩০মিঃ | × | × | × | × | × | × | |
| ৫। | সমাজবিজ্ঞান | ৩০মিঃ | × | × | × | × | ॰ | ॰ | |
| ৬। | বাগিচাৰ কাম | ২০মিঃ | × | × | × | × | × | × | |
| ৭। | খেল-ধেমালি | ৩০মিঃ | × | × | × | × | × | × | |

বিঃ দ্ৰঃ—১ম বৰ্গৰ কাৰণে সময় যদিও ধৰি দিয়া হ'ল, এই সময়ৰো তাৰতম্য ঘটিব পাৰে। শিক্ষক মহাশয়সকলে এই সমস্যা সমাধান কৰিবলৈ চেষ্টা কৰা ভাল হব।

## ৩ বিদ্যালয়ৰ পৰিচয়

১। নাম—

২। নক্সা—দীৰ্ঘ, প্ৰস্থ, বাৰাণ্ডা আদি। বাগিচাৰ নক্সা।

৩। বিদ্যালয়ৰ পৰিচালনা

৪। ছাত্ৰৰ বহা সঁজুলি

৫। শিক্ষাৰ সঁজুলি—বোৰ্ড, মেপ, গ্লোব, চাৰ্ট, লাইব্ৰেৰী, চক্, চিঁয়াহী ইত্যাদি।

৬। বিদ্যালয়ৰ আৱশ্যকীয়—অফিচ বহী। ভৰ্ত্তি বহী। দৈনিক ৰেজিষ্টাৰ, শিক্ষকৰ হাজিৰা। উদ্যোগৰ হিচাব ৰেজিষ্টাৰ। কৃষি কামৰ ৰেজিষ্টাৰ, চাফাই কামৰ ৰেজিষ্টাৰ। পৰিদৰ্শন বহী। ষ্টক বুক লাইব্ৰেৰীৰ বহী। মাহিলি প্ৰতিবেদন বহী। কৃষি কামৰ উৎপন্নৰ হিচাব বহী ইত্যাদি।

বিদ্যালয়ৰ আৱশ্যকীয়—ঘড়ী, কাঁহ, চেয়াৰ, টেবুল ইত্যাদি।

৭। শিক্ষকৰ নিজা বহী—যোজনা বহী বা আঁচনি বহী। প্ৰগতি বহী, পাঠ টোকাৰ বহী, দৈনিক ডায়েৰী। উদ্যোগৰ হিচাব বহী। সমাজ কল্যাণ আঁচনি, সাহিত্য নিৰ্ম্মাণ কৰা বহী। [বৰ্গ অনুযায়ী ছাত্ৰৰ বিষয় জ্ঞান শিক্ষাৰ খাতাপত্ৰ বিষয় জ্ঞান লৈ হব লাগিব। ]

৮। বিদ্যালয়ৰ উদ্যোগৰ সঁজুলি—তুলা, ধনু, গুটিলা, পাঁজিবটা শলা-কাঠী, পুনিপাত, টাকুৰী, যঁতৰ, উনি আদি।

৯। কৃষিৰ সঁজুলি—কোৰ, দা, কাঁচি-জাবি বা জবজবি।

১০। চাফাইৰ সঁজুলি—বাঢ়নী, পাচি, বাল্টি, চাবোন, মগ, ব্ৰাচ, কাপোৰ আদি।



## ৪। মাহিলি সামূহিক চাফাই কামৰ পৰিকল্পনা

[ চাফাই মন্ত্ৰীৰ দ্বাৰা পৰিচালিত ]

**সঁজুলি — কোৰ, দা, কাঁচি, খন্তি, বাঢ়নী, খাদা, ছুৰী-কটাৰী, চাবোন, বাল্টি, কাপোৰ আদি।**

**মাহৰ নাম**————————

**চাফাই মন্ত্ৰীৰ নাম**————————

**বৰ্গ**————

**বিদ্যালয়ৰ নাম**————————

| তাৰিখ | বাৰৰ নাম | দৈঃ সময় | মুঠ ল'ৰাৰ শ্ৰম দান | চাফাই কামৰ বিতং বিবৰণ | অভিজ্ঞতা সম্বন্ধে | শিক্ষকৰ চহী |
|---|---|---|---|---|---|---|
| | | | | | | |
| | | | | | | |

## ৫। মাহিলি সামূহিক উদ্যোগ—কটাই-ধুনাই

[ বঃ মন্ত্ৰীৰ দ্বাৰা পৰিচালিত ]

সজুলি—পাঁজ, টাকুৰী, যতৰ, উনি ইত্যাদি।

মাহৰ নাম ____________

বৰ্গমন্ত্ৰীৰ নাম ____________

বৰ্গ ____________

বিদ্যালয়ৰ নাম ____________

| তাৰিখ | বাৰৰ নাম | দৈনিক সময় | উঃ থকা ছাত্ৰ সংখ্যা | মুঠ হিচাব | মন্তব্য | শিক্ষকৰ চহী |
|---|---|---|---|---|---|---|
| | | | | | | |
| | | | | | | |

## ৬। মাহিলি কটাইৰ চাৰ্ট [ ল'ৰা-ছোৱালীৰ কাৰণে ]

মাহৰ নাম ____________________

নাম ____________________

বৰ্গৰ নাম ____________________

চন ____________________

| তাৰিখ | বাৰ | কপাহৰ ওজন | জাবৰৰ ওজন | ধুনা তুলাৰ ওজন | মুঠ পাঁজি | জমা পাঁজি | খৰচ | বাকী | টাকুৰী | | যঁতৰ | | মুঠ | উনিত মুঠ সূতা | কাটিৰ সময় | ছিঙাৰ সংখ্যা |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| | | | | | | | | | সো হাত | বাওঁ হাত | সো হাত | বাওঁ হাত | | | | |
| | | | | | | | | | | | | | | | | |
| | | | | | | | | | | | | | | | | |

## ৭। [ক] ছাত্ৰৰ ব্যক্তিগত চাৰ্ট

| নাম | বৰ্গ | চন | উচ্চতা | বুকুৰ মাপ | ওজন | বেমাৰ আজাৰ | অন্যান্য | মন্তব্য |
|---|---|---|---|---|---|---|---|---|
| | | | | | | | | |

## ৭। [খ] ছাত্ৰৰ কাৰণে মাহিলি চাৰ্ট

ছাত্ৰৰ নাম

বৰ্গ

বিদ্যালয়ৰ নাম

| মাহৰ নাম | স্কুলত উপস্থিত থকা দিনৰ সংখ্যা | দেওবাৰ | অন্যান্য বন্ধ | মুঠ | অনুপস্থিত থকাৰ কাৰণ | শিক্ষকৰ চহী |
|---|---|---|---|---|---|---|
| | | | | | | |

## ৮। সমাজ কল্যাণ আঁচনি

চন........ ..

শিক্ষকৰ নাম.............................

| মাহৰ নাম | তাৰিখ | বাৰ | সময় | শ্ৰম দানকাৰীৰ মুঠ সংখ্যা | বয়সৰ গড় | কামৰ বিতং বিবৰণ | মন্তব্য |
|---|---|---|---|---|---|---|---|
| | | | | | | | |
| | | | | | | | |

## ৯। শিক্ষকৰ ডায়েৰী লিখাৰ আৰ্হি

[ দৈনিক ]

| তাৰিখ | বাৰৰ নাম | সময় | বৰ্গৰ নাম | বিষয় | পাঠ দান | মাধ্যম | মন্তব্য |
|---|---|---|---|---|---|---|---|
| | | | | | | | |

## ১০। দৈনিক ছাত্ৰৰ প্ৰগতিৰ আৰ্হি

ছাত্ৰৰ নাম ____________________

বৰ্গৰ নাম ____________________

বিদ্যালয়ৰ নাম ____________________

| তাৰিখ | বাৰৰ নাম | উপস্থিত হোৱা সময় | কামৰ বিবৰণ | বিষয় জ্ঞান | পাঠৰ বিতং বিবৰণ | শিক্ষকৰ চহী |
|---|---|---|---|---|---|---|
| | | | | | | |

বিঃ দ্ৰঃ — এই প্ৰগতি চাৰ্টখন পুৱা শুই উঠাৰ পৰা আৰম্ভ কৰি ৰাতি শোৱালৈকে বিদ্যালয়ত কৰা কামকো লগলগাই লিখিব দিয়া ভাল হব।

## ১১। বাগিচাৰ কাম আৰু কৃষি সম্বন্ধে পৰিকল্পনা [সামূহিক]

১। পাঠ্যক্ৰম অনুযায়ী পাঠৰ বিৱৰণী—

২। বছৰেকীয়া টাৰ্ম ভাগ—

| টাৰ্ম | মাহ | আঁচনি | কামৰ বিৱৰণ | সৈদ্ধান্তিক জ্ঞান | মন্তব্য |
|---|---|---|---|---|---|
| ১ম | এপ্ৰিল জুন | বাৰিষাৰ খেতিৰ কাৰণে মাটি ঠিক কৰা, সাৰ প্ৰয়োগ | দেশীয় শাক-সব্জী | কি গুটি কেনেদৰে সিঁচা হল আদিৰ নোট | |
| ২য় | জুলাই-ডিঃ | | | | |
| ৩য় | ... | | | | |
| ৪ৰ্থ | ... | | | | |

## ৩। স্বাবলম্বনৰ প্ৰগতি চাৰ্ট

| মাহৰ নাম | ৰুবলৈ খোজা শস্যৰ বিত্ত নাম | পৰিমাণ | সময়ৰ গড় | শ্ৰমদানকাৰীৰ সংখ্যা | বয়সৰ গড় | উৎপন্ন দ্ৰব্যৰ পৰিমাণ | আয়ৰ পৰিমাণ | প্ৰতিজনৰ গড়ে আয় | মন্তব্য |
|---|---|---|---|---|---|---|---|---|---|
| | | | | | | | | | |

## ৪। টোকা

১। ৰুবলৈ খোজা গছ বা খেতি কৰিবলৈ খোজা শস্যৰ নাম--

২। গুটি সিঁচা বা পচোৱাৰ তাৰিখ—

৩। পুলি কৰা তাৰিখ—

৪। মাটিত সাৰ দিয়া তাৰিখ—

৫। সাৰৰ নাম আৰু পৰিমাণ—

৬। মাটি চাহ কৰাৰ তাৰিখ

৭। আপডাল—

[ক] পানী দিয়া; বন গুচোৱা; মাটি চপাই দিয়া কামৰ চমু বিৱৰণী—

[খ] পোক-পৰুৱাৰ দ্বাৰা নষ্ট হলে তাৰ প্ৰতিকাৰৰ বিৱৰণী—

[গ] গছত ফুল ধৰা, ফল ধৰা সময়—

[ঘ] ফলৰ গঠন আৰু প্ৰকৃতি—

৮। শস্য চপোৱাৰ তাৰিখ—

৯। ওজন—

১০। মূল্য—

# বাৰ্ষিক প্ৰগতি

বুনিয়াদী শিক্ষাত কামৰ প্ৰগতি লিখা অত্যন্ত আৱশ্যক। প্ৰগতি লিখাৰ লাভ ; যেনে—

১। আঁচনি অনুসাৰে কাম সমাধা হৈছে নে নাই সেই বিষয়ে এটা চিত্ৰ সমুখত উপস্থিত হয়।

২। যদি হোৱা নাই, তেনেহলে তাৰ কাৰণবোৰ কি সেই বিষয়ে ধাৰণা।

৩। যদি এনেকুৱা কাম আগলৈ কেতিয়াবা আৰম্ভ কৰিব লগা হয়, তেনেহলে লিখিত প্ৰগতিৰ ওপৰত ভবিষ্যতৰ আঁচনি তৈয়াৰ কৰাও সুবিধা হয়।

আগতে উন্নুকিওৱা হৈছে যে কামৰ চাৰিটা দৃষ্টিকোণ ; যেনে—

১। কামৰ আঁচনি

২। কামৰ ক্ৰিয়াশীলন

৩। কামৰ সিংহাবলোকন অৰ্থাৎ প্ৰগতি

৪। প্ৰাপ্ত অনুভৱৰ সংগ্ৰহ।

এই চাৰিটা কথা সমুখত ৰাখি কামৰ আঁচনি কৰিব লাগিব। তদনুসাৰে কাম কৰিব লাগিব। কাম কৰা সময়ত

কামৰ সিংহাৱলোকন কৰিব লাগিব। কাম পূৰ্ণ হলে প্ৰগতি সম্বন্ধে টোকা লিখিব লাগিব। প্ৰগতি বিষয়ে টোকা লিখোঁতে তলত লিখা কথাবোৰলৈ লক্ষ্য ৰাখিব।

১। গোটেই বছৰত কিমান দিন কাম কৰা হব।

২। আঁচনি মতে ধৰা দিনৰ কাম নোহোৱাৰ কাৰণ।

৩। শিশুৰ উপস্থিতিৰ গড় হিচাব।

৪। উপস্থিতি কমি যোৱাৰ কাৰণ লিখা।

৫। আঁচনি মতে শিল্প আদি কাম নোহোৱাৰ কাৰণ আৰু তাৰ ফলত স্বাৱলম্বন দৃষ্টিত কি হানি হ'ল।

(ক) কটাই—আঁচনি মতে গোটেই বছৰত কটাইৰ কি কি কাম কৰা হ'ল আৰু কি কি কৰা নহ'ল, সেই বিষয়ে প্ৰগতিৰ হিচাব ৰাখিব।

(খ) বাগিচা আৰু খেতি—ইয়াতো আঁচনি মতে কিমান দূৰ কাম কৰা হ'ল, কিমান বাকী থাকিল, আৰু প্ৰগতিৰ পথত কি কি বাধা পোৱা হৈছিল সকলোবোৰৰ যথাযথ হিচাব ৰাখিব।

(গ) গণিত—১। শিশুই হিচাব কৰিব যে লগৰীয়া শিশুৰ সৈতে কিমান সূতা কাটিলে। নিৰ্দ্ধাৰিত কিমান সূতা কাটিব লাগিছিল, এতিয়া কিমান কাম বেচি হ'ল। এই ৰকমে যোগ-বিয়োগ অঙ্কৰ কিমান জ্ঞান হ'ল আৰু লগে লগে পূৰণ অঙ্কৰো অভ্যাস হৈ থাকিব।

২। বৰ্গৰ প্ৰগতিৰ হিচাব ৰাখোঁতে ভাগ অঙ্ক শিকিবলৈ সুবিধা মিলিব।

৩। টাকুৰী আৰু যঁতৰৰ ভিন্ ভিন্ গতি তুলনা কৰোঁতে ঐকিক নিয়মৰ অঙ্ক আনিব পৰা যায়।

৪। টাকুৰীৰ ওজন আৰু সূতাৰে সৈতে টাকুৰীৰ ওজনৰ দ্বাৰা তোলা-অনা, কম-বেচিৰ অভ্যাস হব পাৰে।

৫। সূতা কটা আহিলা-পাতিৰ জোখৰ দ্বাৰা গজ, ফুট আদিৰ অভ্যাস কৰাব পৰা যায়। এই দৰে সূতা কটাৰ জৰিয়তে বিভিন্ন অঙ্কবো অভ্যাস কৰাব পৰা যায়।

৬। চৰ্খাৰ মূলচক্ৰ, গতিচক্ৰ আদিৰ দ্বাৰা পৰিধি, ব্যাস, চক্ৰ-কেন্দ্ৰ আদিৰ বিষয়ে জ্ঞান দিব পৰা যায়।

**সমাজ বিজ্ঞান—**

পাঠ্যক্ৰম অনুযায়ী সমাজবিজ্ঞানৰ বিষয়বোৰ কিমান দূৰ শিক্ষা কৰা হ'ল; সেই সেই বিষয়ে প্ৰগতিৰ বহীত লিখিব লাগিব।

ইতিহাস, ভূগোল, সমাজ সম্বন্ধীয় কথা আৰু আৰ্থিক সমস্যা সম্বন্ধে কিমান দূৰ শিকোৱা হ'ল, তাৰ বিবৰণ লিখি ৰাখিব লাগিব।

মাতৃভাষা শিকাওঁতে ব্যাকৰণ, শ্ৰুতলিপি, হাতৰ আখৰ, ৰচনা আদিৰ সমাবেশ থাকিব। বছৰৰ ভিতৰত কিমান কাম হ'ল আৰু আঁচনি মতে কিমান বাকী থাকিল, তাৰ বৰ্ণনা আৰু আঁচনি মতে নোহোৱা কামৰ অসুবিধাবোৰ লিখি ৰখা যুক্তিযুক্ত হব।

# সমবায় বা সমন্বয় পাঠ-টোকাৰ নমুনা

বিদ্যালয়ৰ নাম—

বৰ্গ—৫ম

তাৰিখ—

বাৰৰ নাম—

সময়—১০—৩॥ লৈকে

শিক্ষকৰ নাম—

বিষয়—সমাজবিজ্ঞান

সমন্বিত বিষয়—মাতৃভাষা, ভূগোল, বুৰঞ্জী, চিত্ৰকলা।

উদ্দেশ্য—মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ চমু বিবৰণী।

মাধ্যম—সামাজিক পাৰিপাৰ্শ্বিকতা।

১০ বজাত বিদ্যালয়ত উপস্থিত হম। আন আন নিৰীক্ষণ কৰা কাম শেষ কৰিম ১০—১২॥ লৈ।

চাফাই—৩০মিঃ—বিদ্যালয়ৰ কোঠা চাফাই, বাগিচা চাফাই কাম।

প্ৰাৰ্থনা ও আলোচনা—১৫মিঃ—প্ৰাৰ্থনা শৃঙ্খলাপূৰ্ণ ভাবে কৰা কাম আৰু এটি নতুন গীত শিকোৱা, কথোপকথন।

উদ্যোগ —১॥ ঘঃ—তুলাবছা, ধুনাই, পাঁজিবটা আৰু কটাইৰ কাম।

[ উদ্যোগ সম্বন্ধীয় কৰা কাম উদ্যোগ খাতাত লিখিম। আন দিনাৰ ডায়েৰী পৰ্য্যবেক্ষণ। ]

১ বজাৰ পৰা ৩॥ বজালৈ—

মাতৃভাষা-( ৫০ মি: ) [ সামূহিক প্ৰাৰ্থনাত দিয়া বৰগীত ৰচক শ্ৰীশঙ্কৰ দেৱ] শঙ্কৰদেৱৰ জীৱনীৰ পৰা পঠন। বুজনি, বানান আদি ধৰা কাম।

লিখন —"মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে নগাওঁ জিলাৰ আলিপুখুৰীত জন্ম গ্ৰহণ কৰিছিল। তেওঁৰ পিতাকৰ নাম আছিল কুসুম্বৰ ভূঞা। মাকৰ নাম আছিল সত্যসন্ধা। আজি প্ৰায় ৫০০ শ বছৰ হ'ল। শ্ৰীশঙ্কৰদেৱ আমাৰ অসমীয়া জাতিৰ কৃষ্টি-সভ্যতা, ভাষা আৰু সমাজ সংস্কাৰৰ ধৰ্ম্মগুৰু বুলি আমি গৌৰৱ কৰোঁ।"

ভূগোল—অসমৰ মেপ উলিয়াই নগাওঁ জিলাৰ চিনাকি। নগাওঁৰ লগতে কামৰূপ জিলাৰ আৰু আন আন জিলাৰ চিনাকি। [ কামৰূপ আৰু নগাওঁ মুখ্য, আনবোৰ গৌণ ] এই জিলা কেইখন বোৰ্ডত লিখি দিম আৰু ভূগোলৰ নোটত তুলিবলৈ দিম।

বুৰঞ্জী—অসম দেশৰ পুৰণি কথা: অসমৰ পুৰণি নাম আৰু আজিৰ কামৰূপ জিলা। গুৱাহাটীৰ পুৰণি নাম। নগাওঁৰ পুৰণি নাম। "অসমৰ পুৰণি নাম কামৰূপ আছিল। পশ্চিমে কোচবিহাৰলৈ এই ৰাজ্যৰ সীমা আছিল। পুৰণি কামৰূপৰ

ৰাজধানী আজি কালি গুৱাহাটী। এই গুৱাহাটীৰ পুৰণি নাম প্ৰাগ্‌জ্যোতিষপুৰ আছিল। ইয়াৰ ওচৰত কামাখ্যা দেৱীৰ দেৱালয়। আজিকালি গুৱাহাটী এখন মহানগৰীত পৰিণত হৈছে।

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ ধৰ্ম্ম প্ৰচাৰৰ ফলত গাৱেঁ-ভূঁইয়ে নামঘৰৰ সৃষ্টি হৈছে। ভোৰতাল, নাম, নাগ্ৰা, কৰতাল আদিৰে আজিও আগৰ আহিৰে নাম প্ৰসঙ্গ কৰি আছে। অসমীয়া জাতিৰ ভাষা, সাহিত্য, কৃষ্টি, সমাজ সংস্কাৰক শ্ৰীশঙ্কৰদেৱ অসমৰ প্ৰধান ধৰ্ম্মগুৰু আছিল।

চিত্ৰকলা—৩০মিঃ--এটি লপেটাৰ চিত্ৰ অঙ্কন।

খেল-ধেমালি—সমদল খেলা। শৃঙ্খলা লগাই ছুটী দিয়া।

বিদ্যালয়ৰ নাম......... .. . .........

বৰ্গ—৪ৰ্থ

তাৰিখ ..... . ...

বাৰ............

সময় ১০—৩॥ লৈ

শিক্ষকৰ নাম............

বিষয়—সাধাৰণ জ্ঞান—কৃষি।

সমন্বিত বিষয়—(বিষয) মাতৃভাষা, গণিত, সমাজ বিজ্ঞান, চিত্ৰকলা।

উদ্দেশ্য—খেতিৰ মাটিৰ সম্বন্ধে জ্ঞান জন্মোৱা আৰু আন আন বিষয়বোৰৰ উৎকৰ্ষ সাধন কৰা।

মাধ্যম—প্ৰাকৃতিক।

১০ বজাত বিদ্যালয়ত উপস্থিত হম।

১০—১২॥ বজালৈ

চাফাই—৩০ মিনিট ··· কি কাম কৰা হব !

প্ৰাৰ্থনা—১৫ মিনিট—কি কি আলোচনা কৰা হব।

উদ্যোগ—১॥ ঘণ্টা—কি কাম কৰিবলগীয়া আছে আৰু কৰিব লাগিব। ইয়াৰ চমু আভাস।

১ বজাৰ পৰা ৩ বজালৈ সমন্বিত পাঠ দান।

## [ কৃষি কামত পোৱা জ্ঞানৰ আলম ]

মাতৃভাষা—৫০ মিনিট—খেতিৰ কাৰণে মাটি চাহ কৰাত কিয় সাৰ প্ৰয়োগ কৰা হয়। খেতিৰ উৎপাদন বঢ়াবৰ কাৰণে কি কি সাৰ দিয়া হ'ল। পচনসাৰ কেনেদৰে তৈয়াৰ কৰা হৈছিল? ইত্যাদি প্ৰশ্নৰ উত্তৰ উলিয়াই এই খিনি নোট দিম।

"খেতি কৰিবলৈ মাটি চাহ কৰিব লাগে। গোটা মাটিত খেতি নহয়। মাটিত হাল বালে, কোৰ মাৰিলে মাটি চাহ হয়। ব'দ-বতাহে মাটিত থকা সাৰ খিনি মিহলাই দিয়ে। গোবৰ, ছাই, পচনসাৰ, খলিহৈ, আদি মাটিৰ উৎকৃষ্ট সাৰ। সাৰ প্ৰয়োগ কৰিলে মাটিৰ শস্য উৎপাদনৰ ক্ষমতা বাঢ়ি যায়। বৰ্ত্তমানে আমাৰ দেশত বিজ্ঞান সন্মত খেতি কৰাৰ দিহা হৈছে।।

এই খিনি পাঠ লিখি দিম, ল'ৰা-ছোৱালীবোৰে কৃষি বিজ্ঞানৰ খাতাত লিখি লব। লিখা হলে চাম। আৱশ্যক বোধে প্ৰশ্ন সুধিম।

গণিত—২০ মিঃ—খেতি কৰিবলৈ লোৱা মাটি খিনিৰ পৰা ক্ষেত্ৰফল বা সাৰৰ হিচাবক লৈ আগতে শিকোৱা অঙ্কৰ নিয়মৰ অঙ্ক শিকাম। মাটি কালি উলিওৱা নিয়ম বুজাই দিম।

সমাজ বিজ্ঞান – ৫০ মিঃ—যি খেতি কৰা হব তাৰ ব্যৱহাৰ সমাজত কেনেদৰে হয় আৰু কেনেদৰে হোৱা উচিত তাক প্ৰশ্নৰ জৰিয়তে উলিয়াই লম ; যেনে – কবি খেতি কৰি গাৱঁলীয়া ৰাইজে কেনেদৰে ব্যৱহাৰ কৰে। ইয়াৰ পৰা স্বাস্থ্য সম্বন্ধীয় খাদ্যপ্ৰাণ সম্বন্ধে বুজনি। এই মিচিনা আন আন খেতি সম্বন্ধেও বুজাব পাৰি।

চিত্ৰকলা ৩০ মিঃ—এখন কোবৰ চিত্ৰ-অঙ্কন।

খেল-ধেমালি—৩০ মিঃ—সমদল খেলা। শৃঙ্খলা লগাই ছুটী দিয়া।

বিদ্যালয়ৰ নাম—

বৰ্গ — — ওপ—

তাৰিখ –

সময়- —

শিক্ষকৰ নাম —

বিষয় জ্ঞান – "চিত্ৰকলা" —

সমন্বিত বিষয় — চিত্ৰকলা, মাতৃভাষা, সমাজবিজ্ঞান, গণিত।

উদ্দেশ্য — উক্ত বিষয় বোৰৰ উৎকৰ্ষ সাধন কৰা। তোলা, ছটাক আদিৰ ধাৰণা জন্মোৱা।

মাধ্যম — কটাই —,

১০ বজাত বিদ্যালয়ত উপস্থিত হ'ম।

১০— } চাফাই — ৩৫ মিঃ –
১২॥ লৈ } প্ৰাৰ্থনা – ১৫ মিঃ-
উদ্যোগ ১॥ ঘঃ --

১ বজাৰ পৰা ৩ বজালৈ --

চিত্ৰকালা -- ৩০ মিঃ --- সূতা কটা টাকুৰীৰ চিত্ৰ আঁকিবলৈ দিম। টাকুৰীটো অঁকা হলে চাম। ভুল-দোষ থাকিলে শুদ্ধ কৰি দিম।

টাকুৰী সম্বন্ধে এই কেইটি প্ৰশ্ন কৰিম—টাকুৰীটো কিহৰ দ্বাৰা নিৰ্মিত ?

ইযাৰ অংশবোৰৰ নাম, কোন অংশৰ কিমান ওজন ?

[টাকুৰীৰ ওজন ১ তোলা আৰু ডাণ্ডিটোৰ ওজন ।/০ পাঁচ অনা] টাকুৰীটো ঘূৰাওঁতে কিহৰ ওপৰত ঘূৰাব লাগে। ঘূৰাওঁতে ঘূৰাওঁতে কিয় থামি যায়? কিহে কিহে বাধা দিয়ে। [বতাহ আৰু ডাণ্ডিৰ জোৱা মূৰটোৱে।]

[চিত্ৰটো খাতাত আঁকিব দিয়া হলে পেঞ্চিল ধৰা নিয়ম, ৰবাৰেৰে ঘঁহা নিয়ম দেখুৱাম।]

মাতৃভাষা — ১ ঘণ্টা — টাকুৰী লোৰ। চকাটো পিতলৰ। ১ টকাৰ ভৰক ১ তোলা বোলে। লো, তাম, সোণ আদিক ধাতু বোলে। এই ধাতুবোৰ মাটিৰ তলত দম হৈ থাকে ইয়াকে খনি বোলে।

টাকুৰীৰ ওজন ১ তোলা। ডাণ্ডিৰ ওজন ।০ অনা।

এইখিনি পাঠ বোৰ্ডত লিখি দিম। টান টান বানান ধৰিম, স্পষ্টকৈ উচ্চাৰণ কৰি পঢ়িবলৈ দিম। পাঠখিনি ল'ৰাক নোট-ত লিখিবলৈ দিম। স্পষ্টকৈ আৰু ফটফটীয়াকৈ লিখাৰ কাৰণে চকু দিম। লিখা হলে চাম আৰু পাঠটোৰ পুনৰালোচনা কৰিম।

সমাজ বিজ্ঞান- সাধাৰণ - } ৩০ মিঃ—কটা সূতাৰ দ্বাৰা কি কি পাওঁ? কাপোৰ। কাপোৰ মানুহক কিয় লাগে? সমাজত কি কি কাপোৰ প্ৰচলিত? খদ্দৰ কাপোৰৰ জাতীয় পতাকা খন কি সূতাৰ? এইবোৰ প্ৰশ্ন ঘাইকৈ কাপোৰ সম্বন্ধে বুজাম।

গণিত—৪০মিনিত – এটা টাকুৰীৰ ঘিলাটোৰ ওজন ১ তোলা, ১০টা টাকুৰীৰ ওজন কিমান হব? আৰ্য্যাটো লিখি দিম।

১ টকাৰ ওজনক ১ তোলা বোলে।

৫ তোলাই //০ ছটাক

৪ পোৱা বা ১৬ ছটাকে /১ সেৰ।

৪ ছটাকে /।০ পোৱা

৪০ সেৰে ১/ মোণ

কৰা অঙ্ক আৰু আৰ্য্যা খিনি মনত ৰখাৰ কাৰণে পুনৰ আলোচনা কৰিম।

আজিৰ কামৰ শুধৰণী, মুখে মুখে অঙ্ক প্ৰকাশ কৰি লৈ শৃঙ্খলাবদ্ধ ভাবে ছুটী দিম।

বিদ্যালয়ৰ নাম

বৰ্গ — ২য়।

তাৰিখ—

বাৰ —

সময় — ১০ — ৩॥ বজালৈ ।

বিষয় — চিত্ৰকলা।

সমন্বিত বিষয় জ্ঞান — সমাজবিজ্ঞান, চিত্ৰকলা, মাতৃভাষা, গণিত ।

উদ্দেশ্য — ত্ৰিৰঙ্গ পতাকা আৰু ১৫ আগষ্ট সম্বন্ধে জ্ঞান দান ।

মাধ্যম — কটাই।

[১০ বজাত বিদ্যালয়ত উপস্থিত হম।]

১০ — ১॥ লৈ —

চাফাই — ৩০ মিঃ —বিদ্যালয়ৰ ভিতৰ আৰু চৌহদ চাফ কৰা কাম ।

প্ৰাৰ্থনা—১৫ মিঃ — শৃঙ্খলা লগাই পাৰ্থনা লগাই দিয়া আৰু শুদ্ধ উচ্চাৰণলৈ লক্ষ্য ৰখা ।

উদ্যোগ— ১॥ ঘণ্টা-৩০ মিঃ মৌন কটাই ! বাকী সময় পাঁজিকটা, ধুনাই কাম ।

সমন্বিত বিষয় জ্ঞান — ১ — ৩ বজালৈ

চিত্ৰকলা—৩০মিঃ-ত্ৰিৰঙ্গ পতাকা। – খদ্দৰৰ সূতা বজাৰৰ সূতাৰ তুলনা দেখুৱাই দিয়া। ত্ৰিৰঙ্গ পতাকা খনৰ সূতা।

সূতা কটাক কেন্দ্ৰ কৰি উলিয়াই লম। ত্ৰিৰঙ্গ ৰং কেইটাৰ পৰিচয় দিম। গেৰুৱা, বগা, সেউজীয়া। এই পতাকাৰ মাজত থকা চকাটোৰ নাম অশোক-চক্ৰ। পতাকাখন সম্বন্ধে ছাত্ৰৰ মনোযোগ আৰু চমু জ্ঞান দান কৰা। ত্ৰিৰঙ্গ পতাকাখন দেখুৱাই বুজাই দিম।

এই পতাকা খন খদ্দৰ সূতাৰ। কপাহৰ তুলাৰ পৰা হাতে কটা সূতা। এই সূতাক খদ্দৰ সূতা বোলে। খদ্দৰ কাপোৰ আমি পিন্ধোঁ। টাকুৰী আৰু ঘঁতৰত এই সূতা কাটোঁ। পতাকাত তিনিটা ৰং আছে। এই খনেই আমাৰ জাতীয় পতাকা।

মাতৃভাষা—১৯৪৭ চনৰ ১৫ আগষ্টত আমি স্বাধীন হৈছোঁ।

১ ঘণ্টা আমি ইংৰাজৰ তলত আছিলোঁ। ১৫ আগষ্টত ইংৰাজে আমাৰ দেশ এৰি গুচি যায়। আজি সেই ১৫ আগষ্ট আৰু জাতীয় উৎসৱ। প্ৰত্যেক গাওঁ, চহৰ সকলোতে এই উৎসৱ পালন কৰিছে। আমি জাতীয় পতাকা উৰাইছোঁ। খেল-ধেমালি কৰিছোঁ। [ওপৰৰ পাঠখিনি বোৰ্ডত লিখি দিম আৰু সমস্বৰে পঢ়াম। এই কম কৰাৰ পিচত লিখাম।] প্ৰশ্ন কৰি পাঠবোৰ পুনৰালোচনা কৰিম।

গণিত—৩০মিঃ—১৯৪৭ চনৰ ১৫ আগষ্টৰ পৰা আজি কিমান বছৰ হ'ল উলিয়া।

[বিয়োগ অঙ্ক সম্বন্ধে জ্ঞান] ল'বাই নোৱাৰিলে বুজাই

দিম। আজিৰ কামখিনি মৌখিক আত্মপ্ৰকাশ কৰাৰ পিচত শৃঙ্খলা লগাই ৩০ মিঃ খেলিবলৈ দিম।

## বিদ্যালয়ৰ নাম

বৰ্গ—১ম

তাৰিখ ... ।

বাৰ ... ... ... ।

সময়—১০ বজাৰ পৰা ১ বজালৈ।

শিক্ষকৰ নাম —

বিষয়—শব্দ আৰু আখৰ-জ্ঞান (মাতৃভাষা)।

সমন্বিত বিষয় জ্ঞান—গণিত, মাতৃভাষা, মৌখিক আত্মপ্ৰকাশ, চিত্ৰ-কলা।

উদ্দেশ্য—মাতৃভাষাৰ উৎকৰ্ষ সাধন কৰা, মৌখিক আত্মপ্ৰকাশ আৰু সংখ্যাপৰিচয়।

## মাধ্যম—কটাই।

১০ বজাত বিদ্যালয়ত উপস্থিত হম।

১০—১২-৩০ লৈ

চাফাই—৩০ মিঃ—বাটৰ দুয়োকাষে থকা বন গুচোৱা, কোঠালি সৰা কাম।

প্ৰাৰ্থনা—১৫ মিঃ—[চাফ্ চিকুনতাৰ পিচত শৃঙ্খলা লগাই বহিবলৈ দি প্ৰাৰ্থনা আৰম্ভ] আৰু ২।১

জন ল'ৰাৰ দ্বাৰাই প্ৰাৰ্থনা সম্বন্ধে আলোচনা ।

উদ্যোগ—৯০ মিঃ-কপাহ চাফ্ কৰা । ধুনাই কৰা । পাঁজি কৰা । কটাই [টাকুৰী ঘূৰোৱা, পাঁজি ধৰা নিৰীক্ষণ । ]

১ বজাৰ পৰা ২-৩০ বজালৈ

আখৰ জ্ঞান—৩০ মিঃ—শব্দ উচ্চাৰণ—আমি সূতা কাটিলোঁ । সূতা বগা । কপাহ বগা । বগা কপাহ । বগা তুলা ।

ওপৰত লিখা বাক্য কেইটা বোৰ্ডত লিখি ল'ৰা-ছোৱালীক সমস্বৰে পঢ়ুৱাম । পিচত ল'ৰাৰ পৰা প্ৰশ্নৰ উত্তৰ উলিয়াম । কপাহ কেনে ? তুলা কেনে ? সূতা কিহৰ পৰা পালোঁ ? ইত্যাদি ।

ইয়াৰ পিচত ক, ব, প, হ, ত, গ এই কেইটা আখৰ লিখিবলৈ দিম । বোৰ্ডত লিখি দিম আৰু তাকে চাই ছাত্ৰক লিখিবলৈ দিম । [এই আখৰবোৰ ৰঙীণ চকেৰে লিখি দিলে ভাল হয়] লিখাৰ পিচত ৰং সম্বন্ধে প্ৰশ্ন কৰিম । চক্ মাটিৰে লিখা আখৰবোৰ কি কি ৰঙৰ ? [ ৰঙা, ক'লা, বেঙুনীয়া ইত্যাদি ।]

[ এই কামৰ পিচত গণিত—সংখ্যাৰ ধাৰণা লম ] সংখ্যাৰ ধাৰণা—৩০ মিঃ—আখৰ কেইটা হৈছে ? আজি কোনে কেইটাঁৰ সূতা কাটিছা ? এই প্ৰকাৰে ১-২০ লৈ সংখ্যা পঢ়াম আৰু লিখনৰ কাম কৰিম ।

চিত্রকলা—১০—মিঃ এটা টাকুৰী আঁকিবলৈ দিম ।

মৌখিক আত্মপ্ৰকাশ—২০ মিঃ—আজিৰ কাম খিনি কোনে কি কি কৰিলে তাক সুধিম । পিচত খেলিবলৈ দিম ।

শৃঙ্খলা লগাই ছুটী দিম ।

## শিক্ষক সকলৰ অৱগতিৰ কাৰণে উপদেশ
## —কৰিব লগীয়া কাম—

প্ৰতি মাহে গোটেই স্কুলতে মন্ত্ৰীসভা গঠন কৰি লব । প্ৰতি বৰ্গতে বৰ্গমন্ত্ৰী পাতিব । মন্ত্ৰী নিৰ্ব্বাচন ভোটৰ দ্বাৰা হব । মন্ত্ৰীসভা সম্বন্ধে শিক্ষকে বুজাব ।

১। চাফাই—১৫ মিঃ—স্কুলঘৰ, কম্পাউণ্ড বাগিচা, আন আন । চাফাইৰ সঁজুলিবোৰ চাফ্ চিকুণ ৰখা । কম্পোষ্টসাৰত পেলনীয়া বস্তুবোৰ প্ৰয়োগ । চাফাইত দল কৰি কামত প্ৰয়োগ।

২। প্ৰাৰ্থনা—৩০ মিঃ—চাফাইৰ পিচৰ হাত, মুখ ধুই সকলোৱে প্ৰাৰ্থনাত শৃঙ্খলা লগাই বহিব । আসনত বহিব পাৰিলে ভাল । একাগ্ৰতাৰে প্ৰাৰ্থনা কৰিব । প্ৰাৰ্থনা কৰোঁতে সদায় হাতযোৰকৈ বহিব । প্ৰাৰ্থনাৰ পাচত নীতি-জ্ঞান পূৰ্ণ সৰু সৰু ৰামায়ণ, মহাভাৰতৰ গল্প ছাত্ৰ সকলক শুনোৱা । কথোপকথন । সহজে বুজি পোৱা ভজন, বৰগীত আৰু ৰামধুন গোৱাব ।

৩। শিল্প কাম—উদ্যোগ—১॥ ঘণ্টা—কটাই, কৃষি আদি । ইয়াৰ পিচত বিষয়-জ্ঞান সমন্বয় হিচাবে শিক্ষা দান । উদ্যোগৰ

মাধ্যম নোহোৱাকৈ বুনিয়াদী শিক্ষা দান হব নোৱাৰে। সমন্বয় পদ্ধতিৰ শিক্ষাদান প্ৰায় ৩ ঘণ্টা হব লাগিব। "আগতে কাম পিচত হে জ্ঞান" এই কথাখিনি শিক্ষক সকলে মনত ৰাখিব।

৪। দিনটোৰ কাম শেষ হলে জাতীয় সঙ্গীত গাই নিয়ম আৰু শৃঙ্খলাৰ মাজত ছুটী দিব।

৫। দৈনিক হাজিৰা বহী, শিক্ষকৰ হাজিৰা বহীত চহী, স্কুলৰ কামৰ সময়তে কৰি লব। পৰিদৰ্শনৰ সময়ত ভৰ্ত্তিবহী, মাল তালিকা বহী, লাইব্ৰেৰীৰ বহী আদিলৈ চকু ৰাখিব। পৰিদৰ্শনৰ সময়ত পৰিদৰ্শকে সেইবোৰ চাব। সকলোবোৰ চাক্ চিকুণকৈ ৰাখিব। ল'ৰাৰ খাতাপত্ৰ বোৰবো পৰিষ্কাৰ পৰিচ্ছন্নতালৈ চকু ৰাখিব।

৬। ছাত্ৰ-ছাত্ৰীৰ হাতৰ কামৰ তালিকা ৰাখিব লাগিব।

৭। ৩য় বৰ্গৰ পৰা প্ৰত্যেক ল'ৰাৰ ডায়েৰী বহী থাকিব।

৮। পাঠ দানৰ টোকা কাটি আনি শিক্ষাদান দিব লাগিব। ল'ৰাৰ প্ৰগতিৰ সম্বন্ধে শিক্ষকে চাৰ্ট ৰাখিব লাগিব। দৈনিক, মাহেকীয়া আৰু বছৰেকীয়া এই তিনি ভাগত ভগাই লৈ।

৯। সমাজ কল্যাণ আঁচনিৰ কাম সম্বন্ধে আঁচনি ৰাখিব লাগিব। আৰু কি কি কাম কেনেদৰে কৰা হৈছে তাক লিখা থাকিব।

১০। প্ৰস্ৰাবখানা, পাইখানা, কম্পোষ্টসাৰৰ গাঁত, কুঁৱা, এই চাৰিটি লৈ লক্ষ্য ৰাখিব। বুনিয়াদী স্কুলত এই চাৰিটি অপৰিহাৰ্য্য অঙ্গ।

১১। শিক্ষকৰ পাঠ দানৰ টোকা, ডায়েৰী, ল'ৰাৰ ডায়েৰীৰ লগত মিল থাকিব লাগিব। বাৰ্ষিক আঁচনি বহী থাকিব লাগিব।

১২। জাতীয় বা সমাজ সম্বন্ধীয় উৎসৱবোৰ পালন কৰি তাৰ পৰা শিক্ষাদান আৰু পালনৰ বিৱৰণ ৰাখিব।

১৩। চাফাই আৰু বিষয় জ্ঞানত বেচি জোৰ দিব।

—ইতি—

